AJANTEER MOH—An Assamese novel written by Sri Birajananda Chowdhury with the social back ground of the 'Tagin' community of Arunachal Pradesh, published by Smti Malina Chowdhury. Priced Rs 15·00. First edition published in January, 1987. Printed at Mani Manik Press, Guwahati.

প্ৰকাশিকা—শ্ৰীমতী মলিনা চৌধুৰী
সচিত্ৰ কথা প্ৰকাশন
মাৰ্ঘেৰিটা
অসম

প্ৰথম প্ৰকাশ—১০ জানুৱাৰী ১৯৮৭ চন

মুদ্ৰক—মণি মাণিক প্ৰেছ
উজান বজাৰ,
গুৱাহাটী-১

মূল্য—১৫, টকা



যি সকল অসমীয়া চাকৰিয়ালে নিজৰ সোণালী দিনবিলাক
তাহানিৰ N.E.F.A আৰু আজিৰ অৰুণাচল প্ৰদেশৰ
প্ৰগতিৰ হকে বিলাই দিছিল আৰু পৰ্ব্বত ভৈয়ামৰ
এক চিৰিৰ নোবাৰা বান্ধোনেৰে বান্ধি থৈ গৈছে,
সেই আপোন পাহৰা অক্লান্ত দেশ প্ৰেমিক
সকলৰ স্মৰণত আৰু প্ৰশংসাত
"অজান্তিৰ মোহ" উচৰ্গা
কৰিলো ।

লেখক—

# পাতনি

সোৱনশিৰি জিলাৰ উত্তৰ দিশেৰে পাৰ হৈ যোৱা 'মেক মেহন' সীমাৰেখাত বসবাস কৰা তাগিন সম্প্ৰদায়ৰ মাজত প্ৰশাসণীয় বিষয়া হৈ কাম কৰোতে বহুতো কথাই মোৰ মনত মচিব নোৱাৰা আঁচ বহুৱাই থৈছিল। সহজ সৰল আৰু সাহসী তাগিন সকলৰ কথা বিলাক এদিন পৃথিৱীৰ মানুহৰ সন্মুখত দাঙি ধৰিম বুলি মনতে পাঙি থৈছিলো। তাগিন অধ্যুষিত অঞ্চল দেশ স্বাধীন হোৱাৰ পিচতো অ-শাসিত অঞ্চল (Unadministored Area) হৈয়ে আছিল। অ-শাসিত অঞ্চলক সেই বিলাক দিনত "অজান্তি" (Unknown land) বুলিহে মানুহে কৈছিল।

অজান্তিৰ এন্ধাৰত বসবাস কৰিলেও তাগিন সকলৰ মাজতো মানৱ সুলভ অনুভূতি আৰু মহত্বৰ অভাৱ নাছিল। যি অনুভূতি আৰু মহত্বৰ কিছু আভাষ বহু বছৰ পিচতো মই 'চকৰ বস্তিৰ' শ্ৰীতানিয়া চকৰ গাওবুঢ়াৰ মাজতো বিচাৰি পাইছিলো।

ইংৰাজ যুগৰ প্ৰশাসনে ভাৰতবৰ্ষৰ মূল ভূমিখণ্ডৰ পৰা ৰাজনৈতিক ভাবে বিচ্ছিন্ন কৰি ৰখা তাহানিৰ তাগিন লোক সকলৰ সুখ, দুখ আৰু আশা আকাঙ্খাৰ অব্যক্ত কথা বিলাক দেশৰ মানুহক জনাবলৈকে "অজান্তিৰ মোহ" লিখিলো।

কাহিনীটো কাল্পনিক হলেও সেই সময়ৰ ঘটনা প্ৰবাহৰ পৰা সম্পূৰ্ণ পৃথক নহয়। তথাপিও যদি এই উপন্যাসত উল্লেখিত হোৱা কোনো গাওঁ বা মানুহৰ নামৰ লগত কৰবাত কিবা সমিল মিল ওলাই পৰে তেনেহলে সেয়া মোৰ অনিচ্ছাকৃত ভুল বুলি সকলোৱে যেন ক্ষমা কৰে।

ইতি

বিৰজানন্দ চৌধুৰী

# কৃতজ্ঞতা

মই জনা কথাবিলাক মোৰেই জগত নোহোৱা হৈ গলহেঁতেন যদিহে সহধৰ্মিণী মলিনা চৌধুৰীয়ে সেই কথা মোক বুজাই নকলেহেঁতেন।

দ্বিতীয়তে—শিৱসাগৰ পাটসাঁকোৰ পৰা মাৰ্ঘেৰিটালৈ আহি শ্ৰীমান হৰেন বুঢ়াগোঁহাইয়ে উপন্যাস খনৰ শুদ্ধ পাণ্ডুলিপি লিখি নিদিয়া হেতেন, হাতে লিখা অৱস্থাতে 'অজান্তিৰ মোহ' কৰবাতে থেৰেহা মাৰি পৰি থাকিলহেতেন।

তৃতীয়তে, অৰুনাচল প্ৰশাসনৰে শ্ৰীএ, ডি, চক্ৰৱৰ্তীয়ে মই পাহৰি যোৱা বহুতো কথা সোঁৱৰাই দিয়াত উপন্যাসখন লিখোতে যথেষ্ঠ সহায় পাইছো।

সৰ্বশেষত, মণি-মাণিক প্ৰকাশৰ স্বত্বাধিকাৰী শ্ৰীপঙ্কজ দত্তই নিজৰ সাতকাম কাটি কৰি থৈ মই দিয়া সময়তে কিতাপখন চপা কৰি উলিয়াই দিয়াতহে ৰাইজৰ হাতত 'অজান্তিৰ মোহ' তুলি দিব পাৰিলো।

লিখক

# ১

তিব্বত আৰু ভাৰতবৰ্ষক ৰাজনৈতিক ভাবে বিভাজন কৰা হিমালয়ৰ জলবিভাজিকা পৰ্বতমালাৰ ওপৰেদি পাৰ হৈ গৈছে সুদীৰ্ঘ "মেকমেহন" ৰেখা। অৰুণাচল প্ৰদেশৰ সুবনশিৰি জিলাৰ "টাকচিং" নামৰ গাওঁ-খনৰ অনতিদূৰেৰে পাৰ হৈ যোৱা এই কাল্পনিক সীমাৰেখাৰ পৰাই ওলাই আহিছে সুবনশিৰি নৈ খন। পৰ্বতমালাৰে গা বাগৰি নামি অহা অসংখ্য সৰু বৰ জান-জুৰি মিলি টাকচিংৰ কাষত অৰুণমান নৈ খনেই সুবনশিৰিৰ আদিভাগ। ক্ৰমান্বয়ে দক্ষিণলৈ বৈ অহা সেই অৰুণমানি নৈ-খনতে আহি মিলিছেহি বহুতো সুঁতি আৰু উপনৈ। অৰুণাচল প্ৰদেশৰ ঠেক উপত্যকাৰ মাজেৰে প্ৰচণ্ড গতিৰে বৈ অহা এই সুবনশিৰি নৈয়ে যেতিয়া অসমৰ লক্ষীমপুৰ চহৰৰ কাষত আহি ভৈয়ামৰ সমতল ভূমিত পৰেহি, তেতিয়া এই নৈৰ ৰূপ আৰু চৰিত্ৰ আকস্মিক ভাবে সলনি হৈ পৰে। পৰ্বতৰ ঠেক গ্ৰেণাইট শিলৰ ওখ গৰাৰ মাজেৰে বৈ অহা সুবনশিৰিৰ বৰফ-চেঁচা নীলা পানী ভৈয়াম পালে ইটা বৰণীয়া হৈ পৰে। ওখ গৰাৰ শিলনীৰ ঠেকগণ্ডীৰ মাজেৰে প্ৰবল গতিত বৈ অহা সুবনশিৰিৰ কাণ-তাল মৰা শব্দ ক্ৰমে নিস্তেজ হৈ যায়। অশান্ত সুবন-শিৰি হৈ পৰে প্ৰশান্ত, আৰু প্ৰসাৰিত বিশাল ব্ৰহ্মপুত্ৰৰ এক উপনৈ।

এই সুবনশিৰি নৈৰ পাৰতেই বাস কৰে 'না' উপজাতিৰ লোকসকল। ওখ, বলবান আৰু বৌদ্ধ ধৰ্মাৱলম্বী এই 'না' সম্প্ৰদায়ৰ লোকসকল তিব্বতীয় সংস্কৃতিৰে এটা শাখা। ৰাজনৈতিক সীমাৰেখা আৰু মতাদৰ্শই 'না' উপজাতিৰ লোকসকলক দুভাগত বিভক্ত কৰি পেলাইছে যদিও ভাৰত আৰু তিব্বত নিবাসী 'না' সকলৰ ঐতিহাসিক সম্বন্ধৰ এতিয়াও অন্ত পৰা নাই। চীনাসকলৰ কঠোৰ নিয়ন্ত্ৰণ স্বত্বেও 'না' উপজাতিৰ লোকসকলে এতিয়াও 'মেক্‌মেহন, সীমা ৰেখা নেওচি ইপাৰ-সিপাৰ অহাযোৱা কৰে। ধৰা পৰে, শাস্তিও পায়; তথাপি তেজৰ আহ্বানক, হৃদয়ৰ সম্বন্ধক চিঙি পেলাব নোৱাৰে।

'না' উপজাতি সকলৰ পিছতেই 'মেক্‌মেহন' সীমা ৰেখাৰ আৰু দক্ষিণত সুবনশিৰিৰ দুয়োপাৰৰ পৰ্বত-মালাত বাস কৰে দুৰ্দ্ধৰ্ষ 'তাগিন'

উপজাতিৰ লোকসকল। পহু আৰু ভালুকৰ চালৰ টুপি পিন্ধা, গা আৰু দুয়ো হাতত ভালুক চালৰ 'বৰ্ম' বন্ধা, দীঘল ধনুধাৰি এই তাগিনসকল এতিয়াও আংশিকভাবে অঘৰী। স্থায়ী কৃষি ব্যৱস্থাৰ প্ৰৱৰ্ত্তন নোহোৱা হেতুকে অস্থায়ী ঝুম খেতিৰ ওপৰত নিৰ্ভৰশীল তাগিন জনজাতি লোকসকলৰ সমাজ ব্যৱস্থা এতিয়াও আদিম স্তৰতে আছে বুলিয়েই ক'ব পাৰি। ককালত বন্ধা দীঘল দাখন, কান্ধত ওলোমাই লোৱা ধনু আৰু পিঠিত বান্ধি লৈ ফুৰা বাহ-বেতৰ "নাৰা" বা মোনাটোৱেই সিহঁতৰ পাৰ্থিব সম্পদ। দুৰ্গম পৰ্বতৰ কঠোৰ পৰিবেশৰ মাজত জীয়াই থকাৰ সংগ্ৰামে সিহঁতৰ মনবিলাক গ্ৰেণাইটৰ নিচিনা কঠিন কৰি তুলিছে। স্থাৱৰ সম্পত্তিৰ জঞ্জালৰ পৰা মুক্ত এই তাগিনসকলৰ কঠোৰ মানসিকতাৰ মাজত মায়া মমতাৰ কোনো স্থান নাই। পদে পদে দুৰ্ঘটনা, অকাল মৃত্যু, জৰা-ব্যাধি, অভাৱ-অনাটন আৰু আদিম সমাজ ব্যৱস্থাৰ কঠোৰতাই সিহঁতৰ কাৰণে জন্ম আৰু মৃত্যুৰ মাজত কোনো ব্যৱধান সৃষ্টি কৰিব পৰা নাই। তথাপিও ইমান কঠোৰতাৰ মাজতো যে মানৱতাৰ মৃত্যু নহয়, হিংসাৰ মাজতো যে প্ৰেম লুকাই থাকিব পাৰে, এজনৰ চেনেহত আন এজনে নিজকে বিলাই দিব পাৰে, তাগিন গাভৰু আকা আৰু বৃদ্ধ তাপৰ জিমিৰৰ কাহিনীয়ে যেন তাকেই কয়। ধোঁৱাৰ মাজতো অগ্নি যেনেদৰে লুকাই থাকে, সীমাহীন নীলা আকাশৰ বুকুতো যেনেদৰে নিষ্ঠুৰ বজ্ৰ লুকাই থাকে, আৰু সূৰ্য্যোদয়ৰ স্বৰ্গীয় সুষমাৰ মাজতো যেনেদৰে প্ৰলয়ংকাৰি ধুমুহাৰ সৃষ্টি হব পাৰে, তাগিন গাভৰু আকাৰ কাহিনীয়ে যেন সেই কথাকে কব বিচাৰে। দুৰ্দ্ধৰ্ষ তাগিন সম্প্ৰদায়ৰ আদিম সমাজতো যে ভালপোৱাৰ অনুভূতি জীয়াই থাকিব পাৰে, ক্ৰোধ প্ৰতিশোধৰ মাজতো যে 'বনৰীয়া' ফুলচিটি আনি বাৰেবৰণীয়া মালা গাঁথিব পাৰি, তাগিন গাভৰু আকা আৰু বৃদ্ধ তাপৰ জিমিয়ে যেন আমাক সেই কথা শিকাই থৈ গৈছে; দি থৈ গৈছে এক নিৰ্বাক সাহিত্য। সেই নিৰ্ব্বাক সাহিত্যৰ বিচিত্ৰ কাহিনীবোৰ বুকুত সাৱটি লৈ বৈ গৈছে চিৰপ্ৰবাহিণী সুবনশিৰি নৈ।

এই সুবনশিৰি নৈৰে পাৰতে অৱস্থিত জিমি নামৰ তাগিন গাওঁখনি। চৰকাৰী নথি-পত্ৰত লিখা আছে 'জিমিন' বুলি। জিমি উপনৈ আহি সুবনশিৰিৰ ৰিধিনিত মিলিছে সেই সঙ্গমস্থলীৰ পৰা প্ৰায় আধা-কিলোমিটাৰ ভিতৰৰ এটা ওখ টিলাৰ ওপৰত গাওঁখন অৱস্থিত। সক-বৰ

মিলি বস্তিছটা ঘৰ। শুকান কল পাতেৰে ভাঠকৈ চাউনী দিয়া চাং-ঘৰবোৰ সাজোতে ঘৰৰ মালিকসকলে কোনো নিয়ম-নীতি মানি নচলা কাৰণে ঘৰবিলাকৰ অবস্থান খেলি-মেলি লগা। গাওঁখনৰ মধ্যস্থলত দীঘল মৰংঘৰটো। দূৰৰ ওখ ঠাইৰ পৰা চালে গাওঁখন ছবি যেন লাগিলেও ওচৰৰ পৰা চালে তাগিন সমাজৰ আদিম চৰিত্ৰ স্পষ্টকৈ চকুত পৰে। কোনো পেচাদাৰ কাৰিকৰে তাগিন সমাজত ঘৰ নাসাজে। ঘৰৰ গিৰিহঁতে দীৰ্ঘ দিন ধৰি বাঁহ, খেৰ, বেত, পাত, গাধৈ আদি গোটাই সাজু কৰি এদিন ৰাইজক ঘৰ সাজিবলৈ মাতে। ৰাইজ আহি ঘৰ সাজে, গিৰিহঁতে গৰু-গাহৰি কাটি লাওপানীৰে আবেলি পৰত ভাত খুৱায়। ঘৰৰ গিৰিহঁত এজন বা কেইবাজনো হব পাৰে। একেটা ঘৰতে ভাই-ককাই মিলি কেইবাটাও পৰিয়াল থাকিব পাৰে। আন-হাতে এজন গিৰিহঁতৰ কেইবাজনীও ঘৈণীয়েক থাকিলে প্ৰতিজনীৰ কাৰণে একোটাকৈ কোঠালি থাকে। সেইকাৰণে ঘৰবিলাক দীঘল হয়। প্ৰথম কোঠালীটো আলহীৰ বাবে; তাৰ পিছৰ বিলাকত ঘৰৰ ঘৈণী থাকে। তাৰেই এটা কোঠাত স্বামীজন থাকে। ঘৈণীয়েকহঁতৰ সা-সম্পত্তি নিজা-ৰবীয়াকৈ প্ৰত্যেকৰে থাকে। ভঁৰাল, গাহৰি, কুকুৰাও উমৈহতীয়া নহয়। লাওপানীও নিজাকৈ তৈয়াৰ কৰে। ভাত-পানীও ব্যক্তিগতভাবেই সিজায়। স্বামীজনক প্ৰতিজনী ঘৈণীয়েকেই আহাৰ যোগান ধৰিব লাগে। গধূলি হলে একেটা ঘৰতে কেইবাখনো জুহঁশাল জ্বলে। তাৰে কোনোবাখনত স্বামীজন থাকে। বহুকেইগৰাকী পত্নী থাকিলেও তাৰে এজনী লাগী, আনকিজনী এলাগী হৈয়ে থাকে। সচৰাচৰ লাগীজনীৰ কোঠাতে স্বামীজন থাকে যদিও মন গ'লে আনকিজনীৰ কোঠাতো গৈ নিশা থাকে। তাগিন প্ৰথামতে নাৰীৰ অৰ্থনৈতিক স্বাধীনতা আছে। নিজৰ শ্ৰমেৰে অৰ্জা সম্পত্তিৰ ওপৰত স্বামীজনৰ কৰ্তৃত্ব নচলে। এই অলিখিত সমাজ ব্যৱস্থাক তাগিনসকলে নিষ্ঠাৰে মানি চলে। কিন্তু সামাজিকভাবে তাগিন সমাজত স্ত্ৰী-স্বাধীনতা নাই বুলিও ক'ব পাৰি। ছোৱালী হৈ ওপজিলে আনৰ ঘৰলৈ এদিন যাবই লাগিব এয়ে সমাজৰ নীতি। দ'ৰা-কইনাৰ মাজত বয়সৰ কোনো ধৰা-বন্ধা সীমা নাই। বহুবিবাহ এই সমাজৰ প্ৰচলিত পৰম্পৰা। বিয়াৰ ৰীতি নীতি বহুতো, তাৰে ভিতৰত মূল্য দি ছোৱালী কিনাটোও এটা ৰীতি। কিনা ছোৱালী ঘূৰাই লব নোৱাৰি; ছোৱালী অমান্তি হলে, কিনি থোৱা স্বামীজনলৈ নগ'লেও স্বামীজনৰ লগা-ভগা এজনলৈ হ'লেও যাবই লাগিব, এয়ে নিয়ম।

এই নিয়মৰ পৰিবৰ্তন নহয়, সমাজ বান্ধোনৰ এই পৰম্পৰাৰ বিৰুদ্ধে কোনো সামাজিক বিপ্লৱ আজিলৈকে হোৱা নাই যদিও মানুহৰ বিদ্ৰোহী-মনে কিন্তু এই আদিম ব্যৱস্থাক গৰিহণা দিবলৈ ব্যক্তি-বিদ্ৰোহ নকৰা-কৈয়ো থকা নাই। এই ব্যক্তি-বিদ্ৰোহে সমাজ ব্যৱস্থাক সলাব নোৱাৰিলেও এই ব্যৱস্থাক জোকাৰি থৈ গৈছে। মূল্য দিছে বহুতে। জীৱন-যৌৱন, আশা-কল্পনা কিবা কিবি বহুতো। সেই ত্যাগৰ স্মৃতি একো থাকি যোৱা নাই যদিও সুবনশিৰিয়েই যেন সেই অনাবিল ত্যাগৰ অমোঘ পণৰ চিৰপ্ৰবাহমান সাক্ষী।

## ২

জিমি গাওঁখন সিদিনা উৎসৱমুখৰ হৈ পৰিছিল যিদিনা জিমিগাঁৱৰ নতুন স্কুলৰ কাৰণে এজন মাষ্টৰ প্ৰথম বাৰৰ কাৰণে আহি আছিল। বুঢ়া-ডেকা, পুৰুষ-মহিলা, আৰু স্কুলত পঢ়িব লগীয়া লৰা-ছোৱালীকে ধৰি গাওঁবাসী বাইজৰ মন সিদিনা উদুলি-মুদুলি। জিমি গাঁৱলৈ আহিব মাষ্টৰ, সেয়ে উৎসৱৰ উৎস। অলপ গৌৰৱো অনুভৱ কৰিলে জিমি গাওঁবাসীয়ে। কাৰণ ৮ খন গাঁৱৰ সেই "বাংগো" বা অঞ্চলত চৰকাৰী প্ৰাথমিক বিদ্যালয় এখন প্ৰতিষ্ঠা হোৱাৰ প্ৰথম সন্মান জিমি গাঁওবাসীয়ে পাইছে, গৌৰৱ ন'হব কিয়! একুৰি বাৰটা ঘৰেৰে জিমি গাওঁখনেই সেইটো অঞ্চলৰ ভিতৰত ডাঙৰ গাওঁ। তাৰোপৰি সেইটো বাংগোৰ সকলোতকৈ সম্পত্তিশালী ব্যক্তি আৰু এসময়ৰ দুৰ্দ্ধৰ্ষ "তাপৰ জিমি" সেই গাঁৱৰে নিবাসী। পৈতৃক সম্পত্তিৰে ভৰপূৰ তিনিটা ভঁৰাল আৰু ছয় কুৰি মেঠোনৰ অধিপতি তাপৰ জিমিক সমীহ নকৰা মানুহ অকল সেইটো অঞ্চলতে নহয়, সমগ্ৰ তাগিন অঞ্চলতে তাপৰ জিমিৰ স্থান অদ্বিতীয়। ইংৰাজ সকলৰ শাসন কালত তাপৰ জিমি আছিল এজন দুৰ্দ্ধৰ্ষ মানুহ। বশলৈ আনিবৰ কাৰণে ইংৰাজ সকলে চলোৱা সকলো প্ৰচেষ্টাকে ওফৰাই দি তাপৰে মুক্ত আৰু স্বাধীন ভাবে ঘূৰি ফুৰিছিল পৰ্ব্বতে পাহাৰে। বহুবাৰ ইংৰাজে পতা জাল ফালি তাপৰ ভলাই গুছি গৈছিল পৰ্ব্বত মালাৰ ভাঠ সেউজীয়া প্ৰান্তৰৰ অন্ধকাৰলৈ নতুবা চৰকাৰ বাহাদুৰে চুকি নোপোৱা ৰহস্যৰ দেশলৈ। হয়স্কুট ওখ আৰু কান্ধলৈকে পৰা দীঘল চুলিৰে তাপৰ জিমি আছিল ইংৰাজ শাসকৰ দৃষ্টিত এক বিভীষিকা স্বৰূপ। সদৰলৈ মাতিলে নাযায়, উপহাৰ দি পঠালে গ্ৰহণ নকৰে আৰু ধৰি নিবলৈ চিপাহী পল্টন পঠালে তাপৰ জিমি গুছি গৈছিল হিমালয় পৰ্ব্বতৰ কঠিন পৰিবেশৰ মাজলৈ। চৰকাৰ বাহাদুৰৰ চিপাহী পল্টন নিৰাশ হৈ উভতি গলে তাপৰে আকৌ উভতি আহিছিল জিমি গাঁৱলৈ। ইংৰাজ পল্টনক থাকিবৰ বাবে গাওঁবাসীয়ে বাধ্য হৈ সাজি দিয়া বাহ-পাতৰ অস্থায়ী শিবিৰ বিলাক তাপৰে দীঘল দা-খনেৰে কাটি টুকুৰা-টুকুৰ কৰি পেলাইছিল। পল্টনক ধৰি, পানী, কুকুৰা

দিওঁতাজনৰ ভৰিত "জেপা" বা কাঠৰ চেপেনা লগাই শাস্তি দিছিল। বিচিত্ৰ আছিল তাপৰৰ চৰিত্ৰ। নিৰাশ্ৰয়ক আশ্ৰয় দিয়া, অনাথ শিশুক তুলিতালি ডাঙৰ কৰা আদি মানৱ-সুলভ অনুভূতি বিলাকৰ কাৰণে 'তাপৰ' আছিল শ্ৰদ্ধাৰো পাত্ৰ। নৈৰ ওপৰত বেঁতৰ দলং সজা, জুইয়ে পোৰা কোনো গাওঁবাসীৰ ঘৰ পুনৰ সাঁজি দিয়া আদি সামাজিক কামত তাপৰ জিমিৰ হাতৰ মুঠি আছিল সদামুক্ত। সেই তাপৰ জিমিয়েও এদিন চৰকাৰৰ ওচৰত আহি স্বইচ্ছাৰে ধৰা দিছিল। ধৰা দিছিল স্বাধীন ভাৰতৰ জিলা ৰাজনৈতিক বিষয়াৰ ওচৰত, ইংৰাজ চাহাবৰ ওচৰত নহয়। দেশ স্বাধীন হোৱাৰ বাতৰি এদিন মানুহৰ মুখ বাগৰি বাগৰি গৈ মেকমেহন সীমাৰেখা পাইছিল। ইংৰাজ চাহাব গুচি যোৱা বাতৰি এদিন তাপৰৰ কাণতো পৰিছিল। অঘৰী জীৱনৰ অন্ত পেলাই স্থায়ী আৰু শান্তিৰ জীৱন বিচাৰি তাপৰ এদিন জিলা সদৰলৈ গৈছিল। ভালুকৰ গুকান চাল এখন, কস্তুৰি দুটা আৰু বাহঁৰ দীঘল চুঙাত এচুঙা মৌ লৈ ৰাজনৈতিক বিষয়াক দেখা কৰিছিল। সেই চেগতে তাপৰক বশলৈ অনাৰ সুযোগ পাই ৰাজনৈতিক বিষয়াই তাপৰ জিমিৰ গাত ৰঙা কম্বল পিন্ধাই হাতত এটা এনলীয়া কাৰ্টুজ বন্দুক তুলি দি গাওঁবুঢ়া পাতিছিল। তাৰ পিছৰ পৰাই 'তাপৰ গাম' বুলি বিখ্যাত হৈ পৰা তাপৰৰ কথাই হৈ পৰিছিল আইন আৰু তাপৰৰ মীমাংসাই আছিল চুড়ান্ত। তাপৰৰ বংশৰ ছোৱালী আনিব পৰাটো আনৰ কাৰণে এক গৌৰৱৰ কথা হৈ পৰিছিল।

সেই 'তাপৰ গাম' এতিয়া আদবয়সীয়া মানুহ। চুলি পকিল, দাঁতো সৰিল। দীঘল দেহাটো সন্মুখলৈ অলপ হাউলি পৰা হ'ল যদিও, এসময়ত দা-ৰ ঘাপ লাগি বাওঁ গালত বৈ যোৱা দীঘল কটা দাগ টোৱে তাপৰ জিমিৰ দুৰন্ত অতীতৰ কথা পদে পদে সোঁৱৰাই দিয়ে। সেই তাপৰ গামৰ জিমিগাওঁ আজি উৎসৱ মুখৰ। আঠখন গাঁৱৰ বাইজে মিলি বিনামূলীয়াকৈ সাজি দিছে স্কুল আৰু মাষ্টৰ থাকিবৰ বাবে ঘৰ। ল'ৰা-ছোৱালী বহি পঢ়িবলৈ সাজি দিছে শাৰী শাৰীকৈ চাং। মাষ্টৰক আদৰিবলৈ অহাসকলৰ ভিতৰত 'তাপৰ গামো' আহিছে। ইংৰাজে দি থৈ যোৱাত ৰঙা কম্বলখন কেতিয়াবাই ফুটি ফাটি শেষ হৈ যোৱাত নতুন চৰকাৰে দিয়া ৰঙা কম্বল গাত লৈ তাপৰ গাম' যেন নতুন হৈ পৰিছে। অতীতৰ সেই দুৰ্দ্ধৰ্ষ তাপৰ জিমি যেন ইংৰাজ

শাসনৰ লগতে ইতিহাসৰ পাতত হেৰাই গৈছে। এতিয়া দেশখন নিজৰ হ'ল বুলি তাপৰেও ভাবিবলৈ শিকিলে। আন আন বাংগোত স্থাপিত হোৱা স্কুলৰ নিচিনা 'জিমি বাংগোত'ও স্কুল হ'ব লাগিব, খোৱাপানীৰ নলা আহিব লাগিব, ইত্যাদি নানা খেলিমেলি চিন্তা কল্পনাই বৃদ্ধ তাপৰক যেন নতুন জীৱন দান কৰিলে। সদৰৰ পৰা স্কুল পৰিদৰ্শকক তাপৰ জিমিয়ে নিজে গৈ জিমিগাঁৱলৈ এক প্ৰকাৰ টানি লৈ আহিছিল। স্কুল পৰিদৰ্শকে কৈছিল—

– তোমাৰ গাওঁ যে বহুদূৰ গাম।

—দূৰ হ'লেও যাবই লাগিব 'মিগম্'। —তাপৰেও নেৰিলে।

—চাৰিদিনৰ বাট খোজকাঢ়ি যাব পাৰি জানো? পৰিদৰ্শকজন ভৈয়ামৰ মানুহ। তাতে বয়সো হৈছে, শৰীৰো দুৰ্বল।

—লাগিলে চাঙত তুলি বুকিলৈ যাম 'মিগম', —স্কুল আমাক লাগিবই।

তাপৰ জিমিৰ নেৰা-নেপেৰা অনুৰোধ এবাব নোৱাৰি পৰিদৰ্শকে জিমিলৈ এদিন গৈছিলও। চাৰিদিনৰ বাট যাওঁতে ছয়দিন লাগিছিল। তাপৰে পৰিদৰ্শকৰ লগে লগে যাওঁতে বহুতো পুৰণিকলীয়া কথা কৈ গৈছিল—নিজৰ সমাজৰ কথা, ইংৰাজ বিষয়াৰ চৰিত্ৰহীনতাৰ কথা আৰু দুই এটা নিজৰ দুৰন্ত দিনবিলাকৰ ঘটনা কৈ যাওঁতে পৰিদৰ্শকজনে তাপৰৰ মুখলৈ হতবাক দৃষ্টিৰে চাবলৈ বাধ্য হৈ পৰিছিল। হয়তো ভাবিছিল মানুহ ইমান স্বাধীন চিতিয়া, সাহসী, সৎ আৰু উদাৰ হয় কেনেদৰে!

পৰিদৰ্শকক তাপৰে নিজৰ ঘৰতে আলহী ৰাখিছিল। কুকুৰা গাহৰি কাটি আলপৈচান ধৰিছিল। উভতি যাওঁতে চাৰিদিনৰ বাট আগুৱাইও থৈ আহিছিল, কিন্তু স্কুল স্থাপন কৰাৰ প্ৰতিশ্ৰুতি লৈহে এৰিছিল।

জিমি গাওঁ পোৱাৰ আগতে সুৱনশিৰি নৈৰ ওপৰত 'বাংগোৰ' মানুহে সজা যোল্ল দলিয়া বাইদাংবেতৰ ওলোমা দলংখন পাৰ হওঁতে পৰিদৰ্শকৰ আঠুৰ ঘিলা লৰা দেখি তাপৰৰ হাঁহি উঠিছিল। পৰিদৰ্শকক নিৰ্ভয় দিবলৈ তাপৰে অকলে গজং গজং কৈ হেন্দোলনি কৰা বেতৰ ওলোমা দলংখন পাৰ হৈ দেখুৱাই দিয়াতহে পৰিদৰ্শকে মনত বল পাইছিল। দলংখনৰ কথা ওলাওতে তাপৰে বহুত কাহিনী পৰিদৰ্শকক শুনাইছিল।

দলংখন জিমি বাংগোৰ মানুহেই বছৰে বছৰে সাজে। দুয়োপাৰে

থকা শকত উৰিয়াম গছ দুজোপাৰ গুৰিত ৰাইদাং বেতৰ আগ কিটা ৰান্ধি সজা আশীহাত দীঘল দলংখনৰ মাজত কোনো খুটা নাই। সুবনশিৰি নৈৰ মাজত খুটি পুতিব পৰাৰ সম্ভাৱনাও নাছিল। ৰাইদাং বেত যোৰা দি দি সজা দীঘল দলংখন স্বাভাৱিকতে দুৰ্বল আছিল। একেলগে এজনৰ বেছি পাৰ হোৱাটো নিয়ম নহয়। সেই নিয়ম অৱজ্ঞা কৰি কোনোবা চৰকাৰী নেপালী কুলিয়ে হাঁহি-খিকিন্দালি কৰি একে-লগে পাৰ হবলৈ ধৰোতে মাজনৈতে দলংখন চিঙি পৰিছিল। দুয়োমুৰে থকা মানুহখিনিৰ বাদে মাজদলংৰ মানুহখিনিৰ সলিলসমাধি হৈছিল। সেই কথা আজিও সিদিনাৰ কথা যেন হৈ আছে। বহুতো কাহিনী আছে এই দলংখনৰ। কোনোবাই সুধিলে ক'ব পৰাখিনিহে গাঁওবাসীয়ে কয়। ক'ব নলগীয়াখিনি সুধিলেও নকয়। আনে শুনিলে বেয়া পোৱা কথাবোৰ সিহঁতে নকয়। টুটকীয়া কথাবোৰ কৈ ফুৰাটো হয়তো জন-জাতিৰ চৰিত্ৰৰ ভিতৰত নপৰে কাৰণেই নকয়। ক'বলগীয়া হ'লে কেতিয়াবা মেল বা বিচাৰৰ সময়তহে কয়—সিও বহুত অনিচ্ছাৰে। দলংখনৰ লগত জড়িত নক'বলগীয়া ঘটনা বিলাকৰ ভিতৰত এটা ঘটনা আছিল বহুপুৰুষ ধৰি চলি অহা এখন কাজিয়াৰ কথা। পুৰণি কালৰ পৰা, কিমান পুৰণি কোনেও নাজানে, এই দলংখন সজাৰ উমৈহতীয়া দায়িত্ব আছিল দুটা বাংগোৰ। তাৰে এটা আছিল নৈৰ ইপাৰৰ জিমি বাংগো আৰু আনটো আছিল নৈৰ সিপাৰৰ লিগি বাংগো। এই উমৈহতীয়া দায়িত্বই দুয়ো বাংগোৰ মানুহ দলংখনৰ নামনিৰ্ত থকা ডাঙৰ ঘুলিটোত মাছ মাৰি খোৱাৰ সমান অধিকাৰ দিছিল। পিছে সেই সম অধিকাৰ ভংগ কৰি লিগি বাংগোৰ মানুহে জিমিবাংগোৰ মানুহক নজনোৱাকৈ ঘুলিটোৰ মাছ এবাৰ মাৰি নিছিল। সেই কথা লৈ দুয়ো বাংগোৰ মানুহৰ মাজত মনোমালিন্যৰ উৎপত্তি হৈছিল। এদিন ঘুলিটোৰ পাৰতে কটাকটিও হৈ গৈছিল। সেই সংঘৰ্ষত লিগি বাংগোৰ দুজন কটা গৈছিল, আৰু জিমি বাংগোৰ কেবাজনৰ গাত যাঁঠি কাড়ঁৰ খোচ লাগি আহত হৈছিল যদিও নিহত কোনো হোৱা নাছিল। সেই কাজিয়াৰ সহজতে ওৰ পৰা নাছিল। পুৰুষানুক্ৰমে চলি আহিছিল। পিচলৈ সেই একেটা ঘুলিতে দুয়োপক্ষই মাছমাৰি খাইছিল যদিও ওচৰ চাপি যোৱা নাছিল। সিটো পাৰে লিগি বাংগোৱে আৰু ইটো পাৰে জিমি বাংগোৱে মাছ মাৰিছিল। -মাজতে আছিল নৈ খন। ঠাট্টা মস্কৰা পাতি শপনি দুয়োপাৰৰ পৰা সমানে

চলিছিল যদিও দা-যাঠি-ধেনুকাড়ঁত হাত দিয়া নাছিল। দলংখনো জাপি চিপি যোৱাত বহুবছৰলৈ জিমি বাংগোৰ মানুহে দলংখন নতুনকৈ সজাৰ পৰা বিৰত আছিল। ইংৰাজ সকল যোৱাৰ পিচত ভাৰতীয় ৰাজনৈতিক বিষয়াই এই সুদীৰ্ঘ বিবাদৰ অন্ত পেলাই জিমি বাংগোৰ মানুহকেই দিছিল মাছমাৰি খোৱাৰ নিৰ্বিৰোধ অধিকাৰ আৰু দলংখন নতুনকৈ সজাৰ একক দায়িত্ব। ক্ষতি-পূৰণ স্বৰূপে 'জিপি বাংগোৰ মানুহে পাইছিল ছটা মেথোন। সেই মেথোন ছটাকো তাপৰ জিমিয়েই দিছিল জয়ী-হোৱাৰ গৌৰৱত। মেথোন দিওঁতে তাপৰে নিজা বাংগোৰ মানুহক সগৌৰৱে কৈছিল । 'মাছ আজিৰ পৰা তহঁতে খাবি, বাকলি জিপিৰ মানুহে খাব'। পিছলৈ জিমি বাংগোৰ মানুহে তাপৰৰ সেই বদান্যতাক সন্মান জনাইছিল সমূহীয়া ভাৱে মাছমৰা দিনত পোৱা পকলোতকৈ ডাঙৰ জোঙা পিঠিয়াটো তাপৰৰ ঘৰলৈ পঠিয়াই দি। সেই মাছ তাপৰৰ ঘৰৰ আন মানুহে খায়; তাপৰে কিন্তু নাখায়। এই বিলাক অতীতৰ তিতাকেঁহা লগা কথা। ক'লে ভাল নুশুনি কাৰণে জিমি বা জিপি বাংগোৰ মানুহে নকয়, মনতো নেপেলায়। আজি কালি যে আৰু ক'ব নোৱাৰা হল; কাৰণ দুয়ো বাংগোৰ মাজত হোৱাজী দিয়াৰ মাজেৰে মিতিৰালি বহুত গাঢ় হৈ পৰিল, তাতে চৰকাৰখনো নিজৰ মানুহৰেই হ'ল। আন বাংগোৰ মানুহে কেতিয়াবা এই বিলাক কথা উল্লেখ কৰিলেও গোনকৈ নকয়, কয় জিমি বাংগোৰ দলংৰ তলত মাছো পায় বাকলিও পায়। এনেদৰে শুকুৰা-ঘা-দোখৰৰ দাগ বৈ যোৱাৰ নিচিনাকৈ এই দুই প্ৰাচীন বাংগোৰ কথাবোৰ তাগিন সমাজত কিংবদন্তী স্বৰূপ হৈ মানুহৰ মুখে মুখে থাকি গ'ল।

আদিম দিনৰ পৰা এই দলংখনৰ তলেদি কিমান যে মানস সৰোবৰৰ পানী বৈ গ'ল তাৰ কোনো লেখ নাই। কিন্তু পুৰণি কথাবোৰ বোৱতী সুঁতিৰ নিচিনাকৈ বাগৰি বাগৰি আজিও চলি আছে। সেইবোৰ কথাৰে অতি পুৰণি কথাবোৰ সামাজিক ৰীতি হৈ পৰিল আৰু কিছুমান কথা বুঢ়ী আইৰ সাধু হ'ল। বহুতো কথাই কিংবদন্তীৰ আকাৰ ল'লে আৰু বহুতো কথা মনৰ পোৰণি হৈ থাকি গ'ল।

মনৰ খোৰণি তোলা এই কথাবোৰৰ ভিতৰৰে এটা আছিল 'মাপি' গাভৰুৰ কথা। মাপি আছিল তাপৰৰ দ্বিতীয়া ঘৈণী। নিজৰ বয়সতকৈ দুগুণ সৰু মাপিক তাপৰ জিমিয়ে ১০ বছৰমান বয়সতে কিনি থৈছিল। বন্দৰস্তৰ ৮টা মেথোনৰ চাৰিটা আগতিয়াকৈ দি বাকী চাৰিটা হোৱাজী

নিয়াৰ দিনাই দিয়াৰ কথা আছিল। দুখীয়া বাপেকে য়াপিক তাপৰলৈ দি ভাবিছিল জীয়েক সুখতে থাকিব। বয়স, ৰূপ-যৌৱনৰ কথা বাপেকে ভবাই নাছিল। এই বিলাক কথা সিহঁতৰ সমাজত নাভাবেও। বাপেক মাকৰ ঘৰত থাকি য়াপি এদিন গাভৰু হৈছিল। গাভৰু য়াপিৰ মনলৈ বয়সে আনি দিছিল মৰম আৰু ভালপোৱাৰ আদিম অভিলাস। দেহালৈ আনি দিছিল পুৰুষৰ সান্নিধ্যৰ হাবিয়াস। এদিন তাই ওচৰৰ গাৱঁৰে ডেকা এজনক মনে মনে মনদি পেলাইছিল; আনলৈ দি থোৱা ছোৱালী বুলি ভয়-শঙ্কাও কৰা নাছিল। এই কথা তাপৰে জানিবলৈ পাই এদিন আহি য়াপিক টানি আজুৰি লৈ গৈছিল নিজৰ ঘৰলৈ। য়াপিয়েও বুকু ভুকুৱাই কান্দি কাটি মাক-বাপেকে শুনাকৈ কৈ গৈছিল—আনে আবো, মোৰ মৰাশটো নৈৰ পানীতে ওপঙি ফুৰা দেখিবলৈ পাবি, কৈ গ'লো। তাপৰৰ কঠোৰ শাসন-লাঞ্ছনাত থাকি য়াপিৰ মনটো কোমল হোৱাৰ সলনি শিলৰ নিচিনা কঠিনহে হৈ পৰিছিল। গাৱঁত এৰি থৈ অহা ডেকাটোৰ কথা শয়নে সপোনে মনত পৰিছিল। গাহৰি কিনাৰ চলেৰে এদিন সি আহিছিল জিমিগাৱঁলৈ। ঝুম খেতিত য়াপিক লগ ধৰি দুয়ো পলাই যোৱাৰ কথা পাতিছিল। পিচদিনা পুৱতি নিশা দুয়ো পলাই যাবলৈ ধৰোতে সোৱনশিৰিৰ দলঙৰ সিপাৰে জীৱন্ত বিভিষীকাৰ নিচিনাকৈ থিয় দি আছিল 'তাপৰ জিমি'। হাতত আছিল বাপেকৰ পৰা উত্তৰাধিকাৰ সূত্ৰে পোৱা তিৰ্ব্বতীয় দেওলগা দীঘল দাখন। মাজ দলঙত থমকি ৰৈ পলাই যোৱাৰ বাট বন্ধ দেখি য়াপিয়ে ডেকাজনক দুহাতে সাৱতি লৈ জপিয়াই দিছিল সোৱনশিৰিৰ তৰংগ ৰাশিত। য়াপি আৰু ডেকাজনৰ কথাবোৰ পিছলৈ ডেকা গাভৰু সমাজত মুখ বাগৰি অহা কাহিনী হৈ পৰিছিল। সেই সোৱনশিৰি নৈখন আজিও বয়, সেইখন দলং আজিও আছে। জিমিবাংগোৰ মানুহেই সাজে। তাপৰো আছে দলং সাজিবলৈ। দলং সজা শেষ হলে বাংগোৰ বাইজে নৈত ধৰা মাছেৰে লগ-ভাত খায়। তাপৰেও খায়—কিন্তু সেই নৈৰ মাছ হলে নাখায়। সেয়া খং নে অভিমান কোনেও নাজানে, সুধিও চোৱা নাই। তাৰ পিছত তাপৰে আৰু নতুনকৈ বিয়া নকৰালে। প্ৰথম পত্নী য়ানিকে লৈ ঘৰ কৰিলে। লৰাছোৱালী নহ'ল, তাৰ বাবে আক্ষেপ একো নকৰিলে। বঙহৰ মানুহে বিয়া কৰাবলৈ কৈছিল, তাপৰে নুশুনিলে। ধেমালি কৰি উত্তৰ দিছিল কোনোবা আহিব খুজিলে আহিব কৰি মই হলে বিচাৰি নাযাওঁ।

সুখ দুখৰ কাহিনীভৰা সেইখন দলঙৰ ওপৰেদি সিদিনা পাৰ হৈ আহিল জিমি গাঁৱৰ প্ৰথম মাষ্টৰ ৰতন কাকতি। বি, এ, লৈকে পঢ়া ৰতন কাকতিয়ে কলেজ এৰিব লগা হৈছিল বাপেকৰ মুখলৈ চাই। মৌজাদাৰৰ কাৰ্য্যালয়ত মহৰিৰ গেৰাৰি খাটি খাটি বাপেক যদু কাকতি এটা মামৰে ধৰা যন্ত্ৰৰ নিচিনা হৈ পৰিছিল। জীয়েক ৰেৱতী পাট গাভৰু হবলৈ পৰা যদু কাকতিৰ সাংসাৰিক চিন্তাত কেতিয়াবা কেতিয়াবা চিন্তাৰ বা-মাৰলি উঠিছিল। ঘৈণীয়েকক কৈছিল ৰতনে চাকৰি এটা পালেই ৰেৱতীৰ বিয়াখন পাতিব বুলি সেইকথা মাকে এদিন ভাত খাই থাকোতে ৰতনক কৈ পেলাইছিল। তাৰ পিছৰ পৰা মাক-দেউতাকে নজনাকৈয়ে য'তে চাকৰীৰ গোন্ধ পাইছিল তাতে দৰ্খাস্ত দিছিল। এদিন নেফা প্ৰশাসনৰ শিক্ষা দপ্তৰৰ পৰা ইণ্টাৰভিউৰ জাননী পাই, মাৰ্ঘেৰিটাত থকা শিক্ষা সঞ্চালকৰ সন্মুখত উপস্থিত হৈছিল। ওখ, স্বাস্থ্যবান ৰতনক অতি সোনকালেই চাকৰীত মকৰল কৰি জিমি গাৱঁত নতুন স্কুল খোলাৰ দায়িত্ব দি পঠিয়াইছিল।

ইংৰাজে এৰি থৈ যোৱা নেফাৰ দায়িত্ব লৈ ভাৰতীয় প্ৰশাসকসকলে নতুন উদ্যমেৰে এই সীমান্ত অঞ্চলক উন্নতিৰ দিশলৈ আগবঢ়াই নিবৰ বাবে বহুমুখী প্ৰচেষ্টা হাতত ল'লে। শতাব্দীজোৰা নিঃসঙ্গতাৰ ওৰ পেলাই পৰ্ব্বত-ভৈয়ামৰ মাজত মিলনৰ সেতু বান্ধিব ধৰিলে। ঠায়ে ঠায়ে ডাক্তৰ নিয়োগ কৰিলে। আওপুৰণি ঝুমখেতিৰ সলনি স্থায়ী পানীখেতিৰ প্ৰতি আগ্ৰহ ওপজাবলৈ 'খেতি বাবু' পঠিয়ালে। শিক্ষাৰ মাধ্যমেৰে প্ৰগতিৰ দুৱাৰখন খুলি দিবলৈ সবল সুঠাম শিক্ষিত ডেকা-ল'ৰাসকলক মাষ্টৰৰ চাকৰিত নিয়োগ কৰি ভিতৰুৱা দুৰ্গম ঠাই বিলাকলৈ পঠিয়াই দিলে।

সিদিনা ৰতন কাকতিও আহিছিল জিমি গাঁৱলৈ মাষ্টৰৰ চাকৰি লৈ। ভাপৰে পঠোৱা জিমি গাঁৱৰ কেইবাজনো ল'ৰা গৈছিল সদৰলৈ। চাৰিদিনৰ বাট কঢ়িয়াই আনিছিল চাবৰ বস্তু-বাহানি। বাটত আহোতে তিনি ৰাতি গাৱঁৰ মৰংঘৰত জিৰণি লৈছিল। গাৱঁৰ মানুহে খৰি পানী যোগান ধৰাৰ উপৰি ঝুমখেতিৰ ৰঙা চাউল কঠাৰে সৈতে কণী, কুকুৰা যাঁচিছিল। সেয়া পৰ্ব্বতীয়া মানুহৰ পৰম্পৰা। ভগাই খোৱাৰ প্ৰথম মানৱ সভ্যতা।

দাৰো লেলেগা
নুলুক, কে চাৰ আদো
দাৰো লেলেগা
আলেৰে আতকা
দাৰো লেলেগা
..................
..................

নামত জুনুকা বজ্ঞা দা-খন নচুৰাই নচুৰাই তাই পনুং গীতৰ নেতৃত্ব দিছিল আৰু আন ল'ৰা ছোৱালীজাকে সেই গীতৰ তালে তালে পনুং নাচি গৈছিল। ১৫/১৬ বছৰীয়া 'আকাই' নতুন 'গালে' খন কঁকালত বান্ধি দা নচুৰাই নচুৰাই পনুং গাই থাকোতে মাজে মাজে দলওৰ দিশ-লৈকো চাইছিল। দলংখন পাৰহৈ ওখ গৰাটো উঠিলেই স্কুল থকা সৰু সমতল ঠাই ডোখৰ পায়। প্ৰায় দুই বিঘাৰ মাটিৰ সেই সমতল ঠাই-ডোখৰেই গাঁৱখনৰ ভিতৰত ভাল ঠাই। মাটি-কঁঠাল আৰু সুমথিৰা টেঙাৰ সেইখন এখন বাগিছা আছিল। স্কুল সাজিবলৈ তাপৰ জিমিয়ে সেই মাটিডোখৰ স্ব-ইচ্ছাৰে এৰি দিছিল। নৈ লৈ নামি যোৱা বাটৰ মুখতে গাওঁবাসীয়ে বনৰীয়া কলগছ পুতি অভ্যৰ্থনাৰ গেট এখন সাজি-ছিল, মাণ্টৰ বতন কাকতিক আদৰিবলৈ। বাঁহৰ টঙালেৰে শিকলি গাঠি কলগছ দুজোপাত বান্ধি দিছিল। পাতলকৈ চোঁচ তুলি ফুলৰ নিচিনা কৰা বাঁহকাঠি বহুতো পুতি দিছিল কলগছ দুজোপাত। শুভ কামৰ সেয়ে নিদৰ্শন। আকাইতে বনৰীয়া ফুল চিঙি আনি বাঁহৰ মিহি চোঁচেৰে মালা গাঠি থৈছিল চাৰক পিন্ধাব বুলি। "আলেৰে আতকা" বুলি কাগজ এখিলাত লিখি ওলোমাই দিছিল গেটৰ মাজত; লিখি দিছিল আন গাঁৱৰ কোনোবা সদৰত পঢ়া স্কুলীয়া ল'ৰাই। "আলেৰে আতকা" মানে ভালকৈ আহা, অৰ্থাৎ স্বাগতম।

এনেতে হাই উৰুমি লাগিল। 'আদো' 'আদো' অৰ্থাৎ আহিল আহিল বুলি ল'ৰা-ছোৱালীজাকে ভাল ঠাই ল'বলৈ বুলি থেলা-হেচা লগালে। নিপাক বা ভৈয়ামৰ মানুহ নেদেখা জীয়াৰী বোৱাৰীসকলে মুখৰ হাঁহি হাতৰ তলুৱাৰে ঢাকিলে। সেয়া লাজ নে নাৰীসুলভ নম্ৰতা বুজিব নোৱাৰি। এনেতে গৰাটোৰেদি উঠি আহিব ধৰিলে এজাক মানুহ। আগে আগে আছিল তাপৰ জিমি; দীঘল ৰঙা কম্বলখন গাত লৈ তাপৰ গৈছিল

দলঙৰ মুখলৈ মাষ্টৰক আদৰি আনিবৰ বাবে। ইংৰাজৰ দিনত চৰকাৰী মানুহ আহিলে যি তাপৰে গুৰ তুলিয়েই নাচাইছিল, সেই ভাগৰ জিমি নিজেই গৈছিল মাষ্টৰক আদৰি আনিবলৈ। দলঙৰ সিমূৰে এপৰ বেলি অপেক্ষা কৰিও তাপৰে আমনি পোৱা নাছিল। বয়সে মানুহক কিমান সলায়, সময়ে মানুহক কিমান শিকায় আৰু দপ্ দপ্কৈ জ্বলি উঠা জুইকুৰাও যে এটা সময়ত ছাই হৈ পৰি থাকে, সেই কথা তাপৰলৈ চালেই বুজিব পাৰি।

তাপৰৰ পিছতে আহিল জিমি বাংলোৰ কেইজনমান মুখীয়াল মানুহ আৰু তাৰ পিছতেই ৰতন কাকতি, জিমি গাঁৱৰ প্ৰথম মাষ্টৰ। গৰাটো উঠিয়েই কলগছৰে সজা গেট্খনৰ ওচৰত অপেক্ষা কৰি থকা গাওঁবাসী সকলক দেখি ৰতন কাকতিয়ে নতুন পৃথিৱী এখনত সোমাই পৰা যেন অনুভৱ কৰিলে। মাক দেউতাক আৰু ৰেৱতী থকা পৃথিৱীখন যেন বহু দূৰৈত এৰি থৈ আহিল।

ৰতনহঁত গৰাটো উঠি অহা দেখি পনুং গাই থকা আঁকাৰ নাচৰ গতি খৰ হৈ পৰিল, মাতো ডাঙৰ হ'ল; গাটোও ঘূৰিব ধৰিলে ঘন গতিত। দা-খনৰ মুঠিত বন্ধা জুনুকা থোপা বেছিকৈ জুন জুনাব ধৰিলে। ৰতন আহি গেটখনৰ ওচৰ পাওঁতে আকাই দা-খন আন এজনৰ হাতত দি কলগছত আঁৰি থোৱা ফুলৰ মালাডাল ৰতনক পিন্ধাবলৈ যাওঁতে ওখ, ৰতনৰ ডিঙিটো তাই চুকি নাপালে। তাকে দেখি তিৰোতাজাকে গিৰ্জনি মাৰি হাঁহি দিয়াত ৰতনে আগলৈ অলপ হাউলি দিলে। সেই সুযোগতে হাতৰ মালাডাল ৰতনৰ ডিঙিত পিন্ধাই দি আকাই দুহাতে চাপৰি বজাই অকলে খিল্খিলাই হাঁহি দিলে। তাকে দেখি আনবিলাকেও চাপৰি বজালে। হাত চাপৰি কিয় দিব লাগে সিহঁতে বুজি নাপায়। মাত্ৰ জানে চাপৰি বজোৱাটো চৰকাৰী নিয়ম নিগাকৰ দস্তুৰ।

জিমিবাসীৰ মৰম আৰু আদৰণীত ৰতন কাকতি মুগ্ধ হল। জীৱনত এয়ে আছিল তাৰ বাবে প্ৰথম ৰাজহুৱা সন্মান। বহু কথাই ৰতনৰ ভাল লাগিল— তাপৰৰ ব্যক্তিত্ব, চাক্চিকুণাই খোৱা ফুল খৰটো। বেতৰ ওলোমা দলংখন পাৰ হোৱাৰ উত্তেজনা আৰু দুই এটা ভগা ভগা অসমীয়া কথা কোৱা সিহঁতৰ ভাষা, এই সকলোবোৰ ৰতন কাকতিৰ বাবে নতুন। ভাল লাগিল বনৰীয়া ফুলৰ মালা পিন্ধোৱা ছোৱালীজনীক। ৰতনে ভাবিলে কিমান সৰল তাই। মালা পিন্ধাই নিজেই হাত চাপৰি

বুজাই হঁাহিলে, সেই কথা মনত পৰাত পেটে পেটে ৰতনবো হঁাহি উঠিল।

ৰতনক নতুনকৈ সজা ক্লাবঘৰটোলৈ নিয়াৰ পিছতে আকাৰ নেতৃত্বত এজাক ল'ৰা-ছোৱালীয়ে খৰি-পানী আনিলে ; ঠাইখিনিৰ পৰিবেশৰ ওপৰত চকুফুৰাই ৰতনে ক'লে।

--আকাই ঠাইখিনি বৰ সুন্দৰ।

উত্তৰ একো নিদিলে তাপৰে। কেবল মুখটো দুপিয়াই হঁাহিলে মাত্র। কথা বুজে ক'বও জানে, তথাপি উত্তৰ একো নিদিলে। প্রথম পৰিচয়ত অসমীয়া ক'বলৈ তাপৰে কিজানি সংকোচ অনুভৱ কৰিলে। দোৱানতে উত্তৰ দিলে—

—দিগদাৰি পা বংলো মেন পে লাগিদো মাণ্টৰ। ৰতনে তাপৰৰ কথা নুবুজা যেন দেখি ওচৰতে ঠিয় দি থকা অসমীয়া কথা জনা ল'ৰা এজনে বুজাই দিলে গাওঁৰ্চোৰ কৈছে দিগদাৰি হ'লে ক'ব লাগে। তাৰ পিছত আহিল আপং, জনজাতি সংস্কৃতিৰ প্রথম অভ্যর্থনা। পুৰুষ মানুহে আপং নিবিলায় কাৰণে আকাই সেই দায়িত্ব ল'লে। আগৰে পৰা যত্ননাই থোৱা সৰু সৰু বঁাহৰ চুঙাত আপং বিলালে। ৰতনৰ ওচৰলৈ আহি এটা চুঙা আগবঢ়াই দি ক'লে—

—চিংলাক্।

কথাটো কৈয়ে খিল্ খিলাই হাঁহি দি তাই আতৰি গ'ল। ৰতনে তাইৰ কথা নুবুজিও বুজিলে। চিংলাক মানে পি খোৱা বুলি ৰতনে বুজি পালে। 'তাগিন' দোৱানৰ প্রথম শব্দটো তেনেদৰেই শিকিলে ৰতন কাকতিয়ে। আপঙৰ চুঙাটো লৈ আকাশ-পাতাল ভাবি থকা দেখি আকাই ওচৰ চাপি ক'লে—

—খাব না—নিয়ম কথা আছে।

আকাক অসমীয়া কথাকোৱা শুনি সকলোৱে হঁাহিলে। তাপৰলৈ এবাৰ চাই ৰতনে চুঙাটোৰ আপং এঢোক খাই চালে, জীৱনত মাদক দ্রব্য লোৱা সেয়ে তাৰ বাবে প্রথম ঘটনা হ'ল। চিগাৰেট, তামোল পর্যন্ত নোখোৱা ৰতন কাকতিয়ে একে কোবে আপঙত ধৰাত তাৰ চিন্তা-ভাৱনাত অলপ আউল লাগিল। কণি ধানৰ বঙা বঙা মিঠা আপং খিনি ভালেই লাগিল ৰতনৰ, তাতে দুপৰ ৰ'দত খোজ কাঢ়ি আহি পিয়াহো লাগি আছিল কাৰণে চুঙাত থকা বাকী আপংখিনিও ৰতনে পি খালে। এনেতে

গাওঁখনত অলপ হাই উকমি লগা ৰতনে শুনিলে। ওচৰতে থিয় দি থকা লৰা-ছোৱালী কিছুমানে গাওঁলৈ বুলি লৰমাৰি স্নাব ধৰা দেখি কোনোবা এজনে ৰতনক ক'লে—আপুনি অহা খুচিত গামে মেথোন এটা কাটিব দিছে। ৰতনে তাপৰলৈ চালে: নিৰ্ব্বাক ভাবে বহি আপং খাই থকা তাপৰৰ ব্যবহাৰত কোনো পৰিবৰ্ত্তন নেদেখিলে। ৰতনে শুনিছে এটা মেথোনৰ মূল্য তিনি চাৰি হাজাৰ টকা। সি অহা খুচিত তেনে মেথোন এটা কাটিবলৈ দিছে শুনি ৰতনৰ দৃষ্টত তাপৰ জিমিৰ চৰিত্ৰ আৰু ৰহস্যময় হৈ পৰিল। পৰ্ব্বতীয়া জনজাতিৰ লগত প্ৰথম সম্পৰ্কতে অহা ৰতন কাকতিয়ে বুজি পালে যে সম্পত্তিৰ মোহতকৈ আত্মমৰ্য্যদাৰ মোহ যে ইহঁতৰ আৰু গভীৰ।

আবেলি পৰত সমূহীয়া ভোজ হ'ল। ৰাইজে মেথোনৰ মঙহেৰে ভোজ খালে। ৰতনকো মেথোনৰ মঙহ সিজাই পাতত দিছিল -- খাবলৈ টান পালে, কেতিয়াও খোৱা নাই কাৰণে। শুকান খৰিহাৰে সিজাই দিয়া কুকুৰা মঙহ চুঙাভাতেৰে খাই তৃপ্তি পালে। ৰতনৰ কাৰণে আচুতীয়াকৈ আকাই ৰান্ধিছিল। সদৰলৈ তাই বহুকেইবাৰ গৈছে। 'নিপাক'ৰ খোৱালোৱাৰ ধৰণ-কৰণ কিছু বুজি পায় কাৰণে তাইকে দিছিল ৰতনৰ ভাত সিজোৱাৰ দায়িত্ব। বাহেঁৰে সজা শৰাই এখনত কৌ-পাত পাৰি ভাত আনি ৰতনৰ সন্মুখত থওঁতে তাপৰে কলে—

—আমাৰ ভাইৰ বেটা।

ৰতনেও বুজি পালে, ছোৱালীজনী তাপৰৰ ভতিজা ছোৱালী।

—স্কুলত পঢ়িব পাৰিব না?

তাপৰৰ প্ৰশ্ন শুনি ৰতন বিমোৰত পৰিল। সি জানে স্কুলত সৰু সৰু লৰা-ছোৱালীয়েই পঢ়ে, গাভৰুৰে কেনেদৰে স্কুলত পঢ়িব বুলি ভাবি থোৰাতে কৈ থলে— পঢ়িব খুজিলে পঢ়িব গাওঁবুঢ়া। সেইটো নিজৰ কথা।

× × ×

এদিন দুদিনকৈ দিনবোৰ বাগৰি বাগৰি যাব ধৰিলে। লাহে লাহে ৰতন কাকতিও জিমি গাওঁবাসীৰ বুকুৰ আপোনজনৰ নিচিনা হৈ পৰিল। ঝুম খেতিৰ ওপৰত নিৰ্ভৰশীল জিমি গাওঁবাসীৰ কাৰণে জীয়াই থকাটোৱেই প্ৰথম সংগ্ৰাম। তথাপি সিহঁতে লৰা-ছোৱালীক স্কুলত পঢ়িবলৈ পঠায়। সিহঁতে জানে স্কুলত পঢ়িলে ডাঙৰ মানুহ হ'ব পাৰি। ডাক্টৰ, খেতিবাবু হ'বলৈ স্কুল পঢ়িব লাগে। আন বাংগোত স্কুল হৈছে, সিও জিমি গাওঁবাসীৰ

কাৰণে এক প্ৰত্যাহ্বান স্বৰূপ। ৰতনে লগত আনিছিল বেডিও ট্ৰেনজিষ্টৰ এটা। আবেলি পৰত গাওঁবাসীৰ সন্মুখত সি ট্ৰেনজিষ্টৰটো বজাই শুনালে সিহঁতে তবধ্ হৈ শুনি থাকে। সীমান্ত অঞ্চলৰ কাৰ্য্যসূচী আহিলে সিহঁতে বিস্ময় মানে। নিচি তাগিন মাত শুনিলে লৰা-ছোৱালী-ট্ৰেনজিষ্টৰটোৰ চাৰিওপিনে ঘূৰি ঘূৰি চাব ধৰে। এনেদৰে দিনবোৰ পাৰহৈ যোৱাৰ লগতে জিমিগাওঁৰ প্ৰাইমেৰী বিদ্যালয়খনো লাহে লাহে ঠন ধৰি উঠিবলৈ আৰম্ভ কৰে। পুৱাৰ পৰা আবেলিলৈকে ল'ৰা-ছোৱালী জাকক লৈ ৰতন ব্যস্ত হৈ থাকে। সিহঁতক মানুহ কৰাটোৱেই যেন তাৰবাবে জীৱনৰ সাধনা হৈ পৰে। অজ্ঞাতিৰ এন্ধাৰত শিক্ষাৰ বন্তি এগছি জ্বলাবলৈ যাওঁতে সি যেন মাক, দেউতাক 'ৰেৱতী, বন্ধু-বান্ধৱ, জীৱন আৰু ভৱিষ্যতক লাহে লাহে পাহৰি যাব ধৰে। ল'ৰা-ছোৱালীজাকক নিজৰ হাতেৰে নি গা ধুৱাই, মুখ ফণীয়াই দিয়ে। শাক-পাচলিৰ বাৰী আৰু ফুল বাগিছা কৰিবলৈ শিকায়, কিতাপ পঢ়ায়, গান শিকায়, নাচিবলৈ লগায়। এনেদৰেই ৰতন কাকতিয়ে তাৰ জীৱনৰ সোণোৱালী দিনবিলাক বিশাল ভাৰতবৰ্ষৰ কোনোবা এটা আন্ধাৰ চুকত বাস কৰা এখন দুৰ্দ্দশাগ্ৰস্ত সমাজৰ মানুহৰ মাজত বিলাই দিব ধৰে।

প্ৰথমে লৰা-ছোৱালীবিলাকৰ উপস্থিতি নিয়মিত নাছিল। এদিন আহিলে তিনিদিন নাহে। ৰতনৰ মৰম চেনেহে সিহঁতক লাহে লাহে ওচৰ চপাই আনিব ধৰিলে। স্কুলৰ লৰা-ছোৱালীৰ উপস্থিতি ক্ৰমে নিয়মিত হৈ পৰিল। তাপৰ জিমি প্ৰায়েই স্কুললৈ আহে, মাষ্টৰৰ লগতে বহি কথা পাতে। কথাও এতিয়া মন খুলিয়েই কয়-ধেমালি ধুমুলাও কৰে।

--চাৰটো আমাৰ ইয়াত সদায় থাকিব লাগে। ভাওৰ ঘৰ সাজি দিম, খেতিৰ মাটিও দিম। মাক্ৰো কৰি বাখিম। দুয়ো হাঁহে, তাপৰে হাঁহে নিজৰ কথাত, আৰু ৰতনে হাঁহে তাপৰৰ সৰলতাত। তাগিন কথা দুই চাৰিটা বুজা হৈছে ৰতনে এতিয়া। মাক্ৰো মানে জোঁৱায়েক ৰতনে বুজি পায়। এনেদৰে ব্যস্ততা আৰু ধেমালিৰ মাজেৰে দিনবোৰ পাৰ হৈ যাওঁতে ৰতনে দেউতাকলৈ চিঠি লিখিলে।

পৰম পূজনীয় দেউতা,

আশাকৰোঁ। পৰমেশ্বৰৰ কৃপাত আপোনালোকৰ মঙ্গল। মোৰ একপ্ৰকাৰ ভাল। আপোনাৰ চাৰি অক্টোবৰৰ চিঠিখন পাওঁতে প্ৰায় এমাহেই লাগিল। ইয়াৰ ডাকব্যৱস্থা এতিয়াও কেঁচা হৈয়ে আছে কাৰণে চিঠি পাওঁতে

পলম হয়,-কেতিয়াবা দুই-তিনিমাহো লাগে। ইতিমধ্যে মইও তিনিখন চিঠি পঠিয়াইছোঁ, পালেনে নাই গোৱা গম নাপাওঁ। আগৰ চিঠিবিলাকতে ইয়াৰ সমুদায় কথা আপোনালৈ লিখিছোঁৱেই...... অকলে অকলে থাকি কেতিয়াবা বেয়া লাগে।...স্কুলৰ লৰা-ছোৱালী বিলাকক লৈ সময় কটাওঁ। ঘৰলৈ কেতিয়াবা খুউব মনত পৰে; ৰেৱতীলৈ....তাইৰ বিয়াখন পতাৰ চিন্তা কৰক ..দুৰৰাইঁতৰ ঘৰৰ লগত সমন্ধ হলে বেয়া নহ'ব।...লৰাটোকো মই জানো...স্বভাৱ চৰিত্ৰও ভাল। বছেৰেকীয়া পৰীক্ষা তিনেমৰ মাহতে শেষ কৰি ঘৰলৈ বুলি নামি যাম...। আপোনালৈ বুলি পহৰ চাল এখন আৰু মৌ এচুঙা যতনাই থৈছোঁ---

চিঠিখনত বহুকথাই ৰতনে লিখিলে। ঘৰলৈ চিঠি লিখিয়েই ৰতন কাকতিয়ে নি:সঙ্গতাৰ নিৰাশতাক পাহৰি থাকিব চেষ্টা কৰে। তাৰ বাবে অকণমানি স্কুলটো আৰু জিমিগাওঁখনেই হৈ পৰে এখন পৃথিবী। স্কুল খোলা দিনৰ পৰা আকাও আহে পঢ়িবলৈ। প্ৰথমতে ৰতনৰ হাঁহি উঠিছিল। কিন্তু পঢ়াৰ প্ৰতি তাইৰ একাগ্ৰতা দেখি পিছলৈ তাৰ মনত আকাৰ প্ৰতি সহানুভূতি উপজিল। সেই সহানুভূতিৰ সতে আন কোনো অনুভূতি হয়তো মিশ্ৰিত হৈ নাছিল। আকাৰ সতে প্ৰথমে আৰু দুই চাৰিজনী গাভৰু ছোৱালীও স্কুললৈ পঢ়িবলৈ আহিছিল। কিছুদিনৰ পিছত এজনী দুজনীকৈ সিহঁত নহা হ'ল। সিহঁত নহাৰ কাৰণটো জানিব বিচাৰি এদিন ৰতনে অ কাক সুধিয়েই পেলালে।

—কি হ'ল আকা, তোমাৰ লগৰ ছোৱালী সকলে স্কুললৈ আহিব এৰিলে কিয়? কিবা বেয়া পাইছে নেকি?

—বেয়া কিয় পাব চাৰ; সিহঁত মতা ঘৰলৈ গ'ল, আৰু নাহে। সংক্ষেপে উত্তৰ দিলে আকাই। ৰতন কাকতি আচৰিত হ'ল। য়াপি, য়ালি হৰ্তৰ যে বিয়া হৈছিল সেই কথা ৰতনে কেতিয়াও ভবা নাছিল। তাগিন সমাজত যে ছোৱালীৰ বাবে বিয়াৰ কোনো নিৰ্দ্ধাৰিত বয়স নাই, সেইকথা সি গম পাইছিল যদিও য়াপি, য়ালি হ'তো যে বিয়া হোৱা ছোৱালী আছিল, সেই সন্দেহ তাৰ মনত কেতিয়াও উদয় হোৱা নাছিল।

—ইমান সকতে আনলৈ বিয়া দিওঁতে মাক-বাপেকৰ মনত দুখ নালাগে নেকি আকা? ---ৰতন কাকতিৰ প্ৰশ্নই আকাক মুহূৰ্তৰ বাবে ম্ৰিয়মান কৰি তুলিলে। তাই মনৰ বেদনা মনতে জুকুৱাই ৰাখি মাত্ৰ কলে—

—কি কৰিব চাৰ, সেয়া যে নিয়ম। ---তাই আৰু কিবা ক'ব

বিচাৰিছিল কিন্তু ক'ব নোৱাৰিলে ; কলেও একো লাভ নাই তাই জানে ! কেঁচুৱা কালতে তাইকো বাপেকে যে আনলৈ দি থৈছে, সেই কথা আকাই বতনক নক'লে ; ক'বলৈ টান পালে। এই কথা মাথোন তাই জানে যে দুখীয়া বাপেক তাজুমৰ আন কোনো উপায় নাছিল। পেটেভাতে থাই থকা তাজুমে তাইৰ মাকৰ টান নৰিয়া হওঁতে দেওপূজা কৰিবলৈ দূৰ গাৱৰ তাদামৰ পৰা যেথোন এটা লৈছিল। সেই যেথোন ঘূৰাব নোৱাৰি বাপেকে আকাক তাদামলৈ দিব বুলি কথা দিছিল। এই খিনি কথা আকাই জানে,—জানিও ভাগ্যৰ বিড়ম্বনা বুলি ধৰি লৈ গাভৰু মনক ইমান দিনে শান্তনা দি আছিছিল। তাদামক তাই কেতিয়াও দেখা নাই। জিমিৰ পৰা তিনিদিনৰ বাটত সিহঁতৰ গাওঁ। তাই শুনিছে তাদামৰ হেনো আৰু পাচজনী মাইকী আছে। বৰ খঙাল মানুহ, কথাই কথাই দা উলিয়ায়। সম্পত্তি হলে অগাধ। এই কথাবোৰ বিজুলী বেগেৰে তাইৰ মনটোক খুন্দিয়াই গুছি যাব ধৰে। সেই খঙাল মানুহটোৰ তিৰোতা হৈ তাইৰ গোটেই জীৱনটো বিলাই দিব লাগিব······ আকাৰ অকণমানি মনটো বিদ্রোহী হৈ উঠিব খুজিলে। আন কথা একো ক'ব নোৱাৰি তাই বতনলৈ নোচোৱাকৈ মাত্র কলে--

--আমি যাম দেই চাব। এই বুলি কৈ ক্ষুল এৰি গাওঁখনলৈ বুলি লৰ মাৰিলে।

আকাৰ সেই আকস্মিক আচৰণত বতন কাকতিয়ে একো অর্থ বিচাৰি নাপালে। আন দিনা স্কুল চুটিৰ পিচতো চাবৰ ঘৰদুৱাৰ সাৰি পুচি থৈ যায়। খৰি পানী আনি দিয়ে। চাউলৰ শিলগুটি বাচি দিয়াৰ পৰা আৰম্ভ কৰি বাৰিখেতিৰ পৰা বেঙেনা, কচু, জলকীয়া, আদা আনি দিয়ালৈকে এই সকলো কাম তাই হাঁহি হাঁহি কৰে। পথিলা উৰাদি উৰি ফুৰা আকালৈ চাই থাকি বতন কাকতিয়ে মিচিকিয়া হাহিৰে কৃতজ্ঞতা জনায়। সেই বাংচালী আকাৰ তেনে আকস্মিক পৰিবর্তন দেখি বতন বিমোৰত পৰিল। কিবা নক'ব লগীয়া কথা কলেনেকি বুলি জানিব বিচাৰি সি চিঞৰি মাতিলে---

—শুনি যোৱা আকা, কিতাপ স্লিবোৰ লৈ যোৱা। বতনৰ কথাবোৰ আকাই শুনিলে, কিন্তু নৰ'ল। গাওঁলৈ উঠা ওখ পৰাটো তাই দৌৰি দৌৰিয়ে উঠি গ'ল। এবাৰ উভতিও নাচালে। পৰ্বতীয়া গাভৰু ৰ মন বোৱতি নিজৰাৰ, যেনেই নির্মল বাধা পালেই ওফন্দি উঠে। ইমান দিনে তাদামৰ কথা তাইৰ মনত পৰা নাছিল,

পৰিলেও কোনো গুৰুত্ব দিয়া নাছিল। চাৰ আহিবৰ দিনৰ পৰা আকাৰ মনলৈ নানা প্ৰশ্ন আহিব ধৰিছিল, পুৰণি সমাজ ব্যৱস্থাৰ এলান্ধু লগা ৰীতি-নীতি বিলাকৰ জলঙাৰে নতুন দিনৰ পোহৰ আহি তাইৰ গাত পৰিছিল। তাই স্কুল প'ঢ়িব, নতুন কথা শিকিব, নিপাক বা উৎস্নামৰ নজনা কথাবোৰ জানিবলৈ পাব, এনেবোৰ আকাংক্ষ্যা লৈ সমাজৰ কেৰাহি চকুলৈ আওকান কৰি তাইও গৈছিল স্কুলত পঢ়িবলৈ। বয়স বা যৌৱনে তাইক সঙ্কোচিত কৰা নাছিল। তাদামৰ কথাও তাই পাহৰি পেলাইছিল। কিন্তু লগৰ ছোৱালী কিজনী নিজ নিজ মতাৰ ঘৰলে গুচি যোৱা ঘটনাই হঠাতে যেন তাইক বাস্তৱ পৃথিৱীখনলৈ ওভতাই আনিলে। তাই সাজিব ধৰা কল্পনাৰ কাচ ঘৰটো ঝন্ ঝন্‌কৈ ভাঙি খহি পৰিল। বিদ্যালয় এৰি দি, চাৰৰ সান্নিধ্য বিচ্ছিন্ন কৰি তাই উভতি আহিল কঠোৰ বাস্তৱলৈ। শুকান কলপাতৰ চাউনি দিয়া এলান্ধু লগা গাৰৰ ঘৰটোলৈ আকা উভতি আহিল শৰবিদ্ধ হৰিণীৰ দৰে।

তাৰ পিছতো দুদিন তাই স্কুললৈ নহা দেখি ৰতন নিজে গ'ল আকা-হ'তৰ ঘৰলৈ।

—চাৰ ভুংলাক্।

জুহালত বহি বেঁত চাচি থকা তাজুমে ৰতন কাকতিক ষহিব ক'লে।

—আকা ক'ত তাজুম ?

—চেন্‌মা।—তাজুমৰ উত্তৰ সংক্ষেপে।

—আজি দুদিন স্কুল যোৱা নাই কিয় ?

আকৌ প্ৰশ্ন কৰিলে ৰতন কাকতিয়ে।

—আকা আৰু স্কুল পঢ়িমা চাৰ।

—স্কুল নপঢ়ে কিয় ? তাই স্কুল এৰাৰ কাৰণটো জানিবলৈ ৰতনৰ আগ্ৰহ বাঢ়ে। তাৰ শঙ্কা হল সি কিবা জগৰ লগালে নেকি বুলি।

—চাৰ··· ····· অলপ ৰ'ল তাজুমে। ৰতন উৎকণ্ঠাৰে ৰৈ থাকিল, পিচৰ কথাখিনি শুনিবলৈ।

—আকাৰ চাদি হৈছে, মতা আছে। স্কুল পঢ়িলে বদনাম হ'ব চাৰ।

ৰতন চক্ খাই উঠিল। তাজুমৰ কথা শুনি তাৰ মন নিৰাশাৰে ভাৰ পৰিল। আঠটা মাহৰ পৰিশ্ৰম, পৰিকল্পনা তাৰ এনেয়ে গ'ল ভাবি ৰতনে উত্তৰ দিবলৈ কোনো কথা বিচাৰি নাপালে। আকাৰ চাদি

হৈছে ··· ··· মতা আছে······ স্কুল পঢ়িলে বদনাম, হব তাজুমৰ এই কথাকিটা বাৰে বাৰে উভতি আহি তাৰ কাণত চিঞৰিব ধৰিলে। আকা পঢ়াত ভাল আছিল। অহা বছৰ তাইক বৃত্তি পৰীক্ষা দিয়াবৰ কথাও ভাবিছিল ৰতন কাকতিয়ে। শ্ৰেণীত পঢ়াওতে আকাই একেথিৰে তালৈ চাই থকা চকুত পৰিলে চকু ঘূৰাই নিয়া শাভক-সুলভ লাজক সি বহুতবাৰ লক্ষ্য কৰিছিল যদিও এজনী বাগদত্তা শাভকৰ কাৰণে যে সেয়া অলঙ্ঘনীয় সীমাৰেখা আছিল, সেই কথা ৰতন কাকতিয়ে ইমানদিনে বুজিব পৰা নাছিল। এনেতে এবোজা খৰি পিঠিত পেলাই লৈ আকা উঠি আহিল চাওঁলৈ। হাত-ভৰি কাপোৰ-কানিত ছাই-মাটিৰ দাগ দেখি ৰতনে বুজিলে আকা জুমখেতিৰ পৰা আহিছে। চাওঁল উঠি ৰতনক দেখি তাইৰ ভাৱত কোনো পৰিবৰ্ত্তন নাহিল। খৰিবোজাটোৰ সৈতে ৰতনহঁতৰ সন্মুখেৰে তাই ভিতৰ কোঠালৈ গুচি গ'ল। এষাৰ মাতো নেমাতিলে।

—তাই পৰীক্ষাটো দিয়া হ'লেই ভাল আছিল নেকি? আকাৰ অনুপস্থিতিয়ে ৰতন কাকতিৰ কাৰণেও যেন কিবা এটা অভাৱৰ অনুভূতি আনি দিছিল। তাই গুচি অহাত ক'ৰবাত যেন কিবা এটা যোগসূত্ৰ বিচ্ছিন্ন হৈ গল— ৰতনেও অনুভৱ কৰিলে। আৰু অলপ সময় বহি ৰতন কাকতি আহিবলৈ ওলাল। ওলাই আহি জখলাখনেৰে চাওঁৰ পৰা তললৈ নামি স্কুলৰ ফালে খোজ লওঁতেই চাওঁৰ ওপৰৰ পৰা কোনোবাই ক'লে—

—অলে ইনলাক্ আই চাৰ। ভালদৰে যাব দেই চাৰ। ৰতনে উভতি চাই দেখিলে জখলা মূখত ঠিয় দি আছে আকা। বিবৰ্ণ মুখ আৰু উদাসীন মন। আকাই ৰতনৰ লগত সদায় অসমীয়াতে কথা পাতি আহিছে। তাদিন দোৱানত বিদায় জনোৱা দেখি ৰতন আচৰিত হ'ল। কিবা এটা আত্মীয়তাৰ অন্ত পৰা যেন সি অনুভৱ কৰিলে। চিনাকীজন আকৌ অচিনাকী হৈ যোৱাৰ সেয়ে সহজ উপায় নেকি বুলি ভাবি উভতিব খুজিও ৰতন কাকতি উভতি নগ'ল। বেদনা-গধুৰ মনটো লৈ খোজ ললে স্কুলৰ অভিমুখে। আকাই তালৈ চাই থাকিল জখলামুখত ঠিয় দি। দুটা অবুজ মন ওচৰ চাপিও যেন আঁতৰি যাব ধৰিলে— অনিচ্ছাতে, সমাজৰ ভয়তে।

× × ×

সময় বাগৰি যোৱাৰ লগে লগে স্কুলৰ বছেৰেকীয়া পৰীক্ষাৰো দিন

আছি পৰিল। এদিন পৰীক্ষাও হৈ গ'ল। আকাই ফুলো এৰিলে, পৰীক্ষাও নিদিলে। পৰীক্ষাৰ শেষত স্কুলৰ বছেৰেকীয়া উৎসৱৰ আয়োজন হ'ল। ৰতন কাকতিয়ে ছাত্ৰ-ছাত্ৰীক লগত লৈ স্কুলৰ সন্মুখৰ মুকলি ঠাইখিনিতে কলপাতৰ চাউনী দি সৰু সভা এখন সাজিলে। বছেৰেকীয়া উৎসৱলৈ জিমি গাঁওবাসীৰ উপৰিও সেই বাংগোৰ বাকী কিছুমান গাঁৱৰ মুখীয়াল লোক সকলোকো আমন্ত্ৰণ জনালে। নিৰ্দিষ্ট দিনত সকলো গাঁওবাসী সভালৈ আহিল। কোনো দিনে তেনেকুৱা সভা-সমিতি নেদেখা জিমিগাঁওৰ মহিলাসকলো আহিল, কেনো হৈছে বুলি চাবলৈ। পিঠিত বাঙ্কি লৈ কুৰা কেঁচুৱাকিটাকো পিঠিত বাঙ্কি লৈ সভা চাবলৈ আহিল। কোনো সঙ্কোচো নাই সভা সমিতিৰ নিয়ম-নীতিকো তেওঁলোকে বুজি নাপায়। স্কুলনো কি, স্কুল পঢ়িলেনো ল'ৰা-ছোৱালী কি হয়, সেইবিলাক নজনা-নুশুনা কথাকে জানিবলৈ মহিলাসকলৰ উদগ্ৰীৱতা যেন অধিক। পিঠিত বাঙ্কি অনা কেঁচুৱাটোকে কিজানি এদিন মাষ্টৰে আহি ধৰি-বান্ধি স্কুল পঢ়িবলৈ লৈ যায়, সেই ভয় নথকাও নহয়। তাপৰৰ ভয়তে স্কুল পঢ়িব নালাগে বুলিও ক'ব নোৱাৰে। তাপৰৰ গাভ যে চৰকাৰে দিয়া বঙা কম্বল আছে; গাঁওখনত যেন সিয়েই চৰকাৰ। তাৰ কথাই চৰকাৰৰ কথাৰ নিচিনা হৈ পৰিছে। তাপৰক জোকাবও নোৱাৰি, কাৰণ বিপদে আপদে তাপৰ জিমিয়েই যে সকলোৰে ভৰসাৰ একমাত্ৰ স্থল।

হাই উকমিৰ মাজেৰেই সভাৰ কাম আৰম্ভ কৰিলে ৰতন কাকতিয়ে। সভাখনৰ গুৰি ধৰিবলৈ ৰতনে তাপৰক অনুৰোধ কৰিলে। ৰতনৰ কথাত কোনো গুৰুত্ব নিদি তাপৰ নিজৰ ঠাইতে বহি থাকিল। মাত্ৰ মিচিকিয়াই হাঁহি ক'লে—

—মিটিং কাচিন মা। মই মিটিং বুজি নাপাওঁ। তাপৰৰ কথা শুনি ওচৰতে বহি থকা আন আন গাঁওবাসী সকলেও খিক্‌খিকাই হাঁহি দিলে। ৰতন কাকতি বিমোৰত পৰিল যদিও আগবাঢ়ি আহি তাপৰক হাতত ধৰি প্ৰায় টানি লৈ গ'ল।

—হে হে হণ্ডবিদো মাষ্টৰ? হে-হে কি কৰা, কি কৰা মাষ্টৰ বুলি তাপৰে আপত্তি কৰা স্বত্বেও ৰতনে আনি গাঁওবূঢ়াক সভাপতিৰ চকীখনতে হেচা মাৰি বহুৱাই দিলে। গাঁওৰ মানুহে গিৰ্জনি মাৰি হাঁহি দিয়াত ৰতনে বুজাই ক'লে যে মিটিঙত এজন ডাঙৰ মানুহ সকলোৰে

ওপৰত থাকিব লাগে। সি শুধিলে—

—আপোনালোকৰ কেৰাংমেলত তেনেকুৱা এজন মুখীয়াল মানুহ নাথাকে নেকি ?

কিছুমানে থাকে বুলি ক'লে আৰু অসমীয়া কথা নুবুজাসকলে সুৰ দুপিয়াই সম্মতি জনালে। সভাৰ কাৰ্য্যসূচী অনুযায়ী ৰতন কাকতিয়ে স্কুলখনৰ একছৰীয়া খতিয়ান এখন সহজ ভাষাত পঢ়ি শুনালে। ভাল বেয়া যি পালে তাকে ক'লে। ছোৱালীৰ সংখ্যা কমি যোৱা কথাটো ক'বলৈ নাপাহৰিলে। ছোৱালীৰ সংখ্যা কমি যোৱাৰ কথাটো কওঁতে সভাত স্বল্পেকৰ বাবে অস্ফুট গুঞ্জন উঠিল। ৰতন কাকতিৰ চকুত পৰিল মহিলাসকলৰ মাজত বহি থকা আকাৰ ওপৰত। তাই যেন একাগ্ৰমনে ৰতনলৈ ইমান সময় চাই আছিল। ৰতনৰ চকু তাইৰ চকুত পৰাত তাই মুখ তল কৰিলে। চাৰৰ মনত দুখ দিয়াৰ অপৰাধত আকাই-যেন নিজকে অপৰাধিনী বুলি ভাবিলে। তাই মুখ তল কৰিয়েই বহি থাকিল। ৰতন কাকতিয়ে যেতিয়া পৰীক্ষাৰ ফলাফল ঘোষণা কৰি বিভিন্ন যোগ্যতাৰ কাৰণে বটা পাওতাসকলৰ নাম পঢ়ি শুনালে, তেতিয়া সেই তালিকাত আকা জিমিৰ নামটোও উচ্চাৰিত হ'ল। চাৰু-চিকুণতা আৰু নিয়মিত স্কুললৈ অহাৰ বাবে আকা পুৰস্কৃত হল। আন আন লৰা-ছোৱালী বিলাকে আগ বাঢ়ি আহি নিজ নিজ বটা গ্ৰহণ কৰিলে যদিও আকা কিন্তু আগবাঢ়ি নাহিল। ৰতন কাকতিয়ে দুই তিনিবাৰ আকাৰ নাম মাতিলে যদিও নিজৰ বহা ঠাইতে থিয় দি আকাই সংক্ষেপে মাত্ৰ উত্তৰ দিলে—

—ও স্কুল পঢ়ি কুমা। —প্ৰাইজ লাগিমা। মই স্কুল পঢ়া নাই. প্ৰাইজ মোক নালাগে।

ওচৰৰ মহিলা সকলে যেতিয়া তাইক উঠি যাবলৈ বাবে বাবে ক'লে তেতিয়া তাই অভিমানত ওকন্দি উঠিল।

—ও খুচিদো। ওক্কে প্ৰাইজ লাগিমা। মোৰ খুচি —প্ৰাইজ মোক নালাগে।

এই বুলি কৈ অভিমানিনী আকাই সভা এৰি ঘৰলৈ বুলি লৰ মাৰিলে। কিছুমানে হাঁহিলে। তাইৰ সেই অভিমান সমাজ ব্যৱস্থাৰ বিৰুদ্ধে ব্যক্তি বিদ্ৰোহ আছিল নে ৰতন কাকতিৰ সান্নিধ্যৰ পৰা বিচ্ছিন্ন হোৱাৰ অভিমান আছিল, গাওঁৰ কোনো মানুহে সেইকথা নুবুজিলে।

বুজিলে ৰতন কাকতিয়ে। সমাজ ব্যৱস্থাৰ কঠিনতাই আকা আৰু তাৰ মাজত যে এখন অলঙ্ঘনীয় পৰ্বতৰ দৰে ঠিয় দি আছে, সেই উপলব্ধি ৰতন কাকতিৰ মনলৈকো আহিল। অন্তৰৰ আঘাত ঢাকি ৰাখি-বলৈ সি সভাৰ বাকী থকা কাৰ্য্যসূচীত মনোনিবেশ কৰিলে। গণ্য-মান্য গাঁওবাসীক আলপৈচান আয়োজন কৰা চাহলৈ মাতি নি বাকীসকলৰ মাজত বিস্কুট আৰু চকোলেট বিলাব দিলে। এনেদৰে হাঁহি উকমি আৰু হৰ্ষ-বিষাদৰ মাজেৰে জিমিগাঁৱৰ প্ৰথম প্ৰাইমেৰী-স্কুলৰ প্ৰথম বাৰ্ষিক অধিবেশনখনৰো অন্ত পৰিল।

সভাৰ অন্তত গাওঁবাসী সকল উভতি গ'ল নিজৰ নিজৰ ঘৰলৈ। ডেকা লৰাহঁত হাৰিলৈ গ'ল গুকান কাকোৰাঁহ আনিবলৈ। সন্ধিয়া ডাঙৰ মেজি জ্বলাই সেই জুইৰ চাৰিওফালে সমূহীয়া পদুং নচাই আছিল সিদিনাৰ শেষ কাৰ্য্যসূচী। চৰকাৰী কাৰ্য্যসূচী নহয়, জিমি গাওঁবাসীৰ নিজা কাৰ্য্যসূচী। গাভৰু জাক গৈছিল নৈৰ পাৰলৈ কৌপাত বিচাৰি; সমূহীয়া ভোজ খাব বুলি। উৎসৱ-আনন্দ বুলিলে সিহঁত যেন বলীয়া হয়। অভাৱ অনাটনকো পাহৰি পেলায়। ঠেঁটুৰৈ লগা জাৰতো উদং গাৰে মেজি জুইকুৰাক আগুৰি সিহঁতে ভুম বাজি পদুং নাচে।

সকলো ঘৰাঘৰি গুছি গৈছিল যদিও তাপৰ জিমি যোৱা নাছিল। ৰতনক কিবা এটা ক'ব বুলি সি যেন উচপিচাই আছিল।

— মাষ্টৰ!

ৰতনে তাপৰৰ মুখলৈ চাই দেখিলে বৃদ্ধ তাপৰ যেন অলপ চিন্তিত। মুখ বিষন্নতা পূৰ্ণ।

—কিবা ক'বনেকি পাম?

কিছু সময় নীৰৱে থাকি তাপৰে কলে-

—আকাৰ কথাত বেয়া পাইছে নেকি মাষ্টৰ?

—কি কথাতনো বেয়া পাম পাম?

—কিয়, তাই যে প্ৰাইজ নল'লে।

ৰতনে ভাবিছিল কিবা ডাঙৰ কথাকে তাপৰে ক'ব কিজানি। ইমান সাধাৰণ প্ৰশ্নটো শুনি ৰতনৰ অলপ হাঁহি উঠিল।

—সেইটো একো ডাঙৰ কথা নহয় পাম। প্ৰাইজ নল'লেই বা তাতেনো কি হ'ল। আপোনাৰ হাতত দিলো, তাইক দি দিব। এই বুলি আকাই পোৱা বঁটাটো তাপৰৰ হাতত দিলে। বঁটাটো হাতত লৈ

তাপৰে ক'লে আকাৰ সকলো কথা কিজানি আপুনি নাজানে মাষ্টাৰ! তাপৰৰ কথাৰ ৰহস্য যেন বেছি ঘনীভূত হৈ পৰে।

—আৰুনো কি কথা আছে গাম? ৰতন কাকতিৰো উৎকণ্ঠা বাঢ়িল।

—আৰু দাম দিয়া নিজিৰ; তাইৰ মজা আছে। তাপৰৰ কথাবোৰ ৰতনে মনে মনে শুনি থাকিল।

—আকাই স্কুল পঢ়া শুনিলে... ...অলপ বদনাম ওলাব পাৰে... তাইৰ মতাটোতি সিমান ভাল মানুহ নহয়···অলপ কথাতে কাজিয়া কৰে।

—এইবিলাক কথা আগতে কিয় কোৱা নাছিল গাম? ৰতনে প্ৰশ্ন কৰিলে।

—ক'ব কথা নহয় কাৰণে কোৱা নাছিলো। এতিয়া কৈ দিলোঁ।

—এই কাৰণতে তাই স্কুল পঢ়া বন্ধ কৰিলেনেকি?

—হ'ব পাৰে মাষ্টৰ। আকাৰ নামটো স্কুলৰ পৰা কাটি দিলে ভাল হ'ব কিজানি। কি হ'ব স্কুল পঢ়ি···দুদিন পিচত তাইক আহি লৈ যাব। নাযাব বুলি ক'লে জবৰদস্তি বান্ধি লৈ যাব....

ৰতন কাকতিৰ অন্তৰত ভাল পোৱাৰ অঙ্কুৰ মেলিব ধৰিছিল যদিও তাপৰ জিমিৰ কথাকিটাই যেন সেই কুমলীয়া অঙ্কুৰ মুচৰি পেলালে। দোধোৰ-মোধোৰ ভাবেৰে ৰতনে মাত্ৰ কলে—

—এই বিলাক কথা আগতে জনা হ'লে ইমান আন্তৰিকতাৰে তাইক মই নপঢ়ালোহেঁতেন গাম।

—আমাৰ অজান্তি পাহাৰৰ কথাবোৰ নিপাকৰ মানুহে নাজানে মাষ্টৰ। ইয়াৰ নিয়মবিলাক বহুত কাঢ়া, জলদি বদলি নহয়। আপুনি লাহে লাহে সকলো কথা জানিব পাৰিব। বেয়া নাপাব মাষ্টৰ, আমাৰ মানুহ বিলাক এতিয়াও অকৰা হৈ আছে। চৰকাৰ আহিছে যেতিয়া লাহে লাহে ভাল হৈ যাব। এই বুলি কৈ তাপৰ জিমি যাবলৈ ঠিয় দিলে।

—পধুলি আমাৰ পুনং চাবলৈ আহিব দেই মাষ্টৰ। আপুনি আহিলে বস্তি মানুহেতি ভাল পাব।

—কিয় নাহিম গাম; নিশ্চয় আহিম।

তাপৰ গুচি যাওঁতে এন্ধাৰ হৈ পৰিব ধৰিছিল। ৰতনে স্কুলঘৰটো এৰি নিজৰ থকা ঘৰটোলৈ উভতি আহোঁতে মনটো খেলি মেলি ভাবেৰে যেন উপচি পৰিল। এন্ধাৰ ঘৰটোলৈ সোমাই চাকিটো জ্বলাবলৈ দিয়াচলাইটো খেপিয়াই চালে। বিচাৰি নাপাই বিচনাখনতে দীঘল দি শুই পৰিল।

তাপৰ জিমিৰ কথাবোৰ তাৰ মনলৈ বাৰে বাৰে উভতি আহিব ধৰিলে। ... ...আকাই স্কুল পঢ়া শুনিলে... ..অলপ বদনাম ওলাব পাৰে....তাই মতাটোৰ্ডি সিমান ভাল মানুহ নহয়। ...অলপ কথাতে কাজিয়া কৰে... কি হ'ব...স্কুল পঢ়ি....দুদিন পিচত তাইক আহি লৈ যাব ....নাহাব বুলি ক'লে জবৰদস্তি লৈ যাব।

ৰতন কাকতিৰ মন অশান্তিৰে ভৰি পৰিব ধৰে। যৌবনৰ প্ৰথম অনুৰাগ আৰম্ভণীতেই যেন মৰহি যাবলৈ ওলাল। অনুৰাগ যে এনেদৰেই লুকাই চুৰকৈ আহে সেই কথা ৰতন কাকতিয়ে হয়তো নুবুজিলে। দূৰৈৰ পৰা বতাহত ভাঁহি অহা পুনং গীতৰ ৰিণি ৰিণি ধ্বনি তাৰ কাণত পৰাত কিহবাৰ মোহে যেন তাক আকৌ আকৰ্ষণ কৰিলে। বিচনাৰ পৰা সি উঠি বহিল। গাৰুৰ তলৰ পৰা টৰ্চ লাইটটো উলিয়াই ভাঠ এৰিয়া চাদৰখন কান্ধত পেলাই, দুৱাৰখন টানি থৈ ৰতন কাকতি গ'ল জিমি গাবলৈ সমূহীয়া পনুং চাবলৈ, যে আকাৰ সান্নিধ্যলৈ সিও নাজানিলে।

তেতিয়া পনুং চলিছিল পূৰ্ণ উদ্যমত। শুকান বাঁহৰ ভাওৰ জুইকুৰাৰ চাৰিওপিনে দীঘল শাৰি পাতি গাঁৱৰ ডেকা গাভৰু জাকে ঘূৰি-ঘূৰি পনুং গাইছিল,—হালি-জালি নাচিছিল। স্কুলত পঢ়িলে ভাল মানুহ হ'ব, লিখা-পঢ়া শিকিলে মানুহে মান কৰিব, চৰকাৰ আহিছে, গাঁৱৰ উন্নতি হ'ব ইত্যাদি নানা আশাশুধীয়া ভৱিষ্যতক কল্পনা কৰি সিহঁতে পনুং গাইছিল। এজন দলপতি হৈ শাৰীৰ পৰা আঁতৰত থাকি জুনুকা বজা দাধন জোকাৰি জোকাৰি গীতৰ পদ দি গৈছিল আৰু তাকেই দোহাৰি গৈছিল বাকী সকলে। গীতৰ অৰ্থৰ লগত খাপ খুৱাই হাতৰ ইংগিতেৰে চেও ধৰি ধৰি নাচিছিল। বাকী গাওঁবাসীয়ে মৰঙঘৰটোৰ সমুখৰ মুকলি ঠাইখিনিত ভিৰ কৰি বহি নাচ চাইছিল। মাজে-মাজে সমূহীয়া আপং বিলোৱা হৈছিল সকলোৰে মাজত। ঘৰে ঘৰে গৈ সংগ্ৰহ কৰি অনা সেই আপঙৰ সোৱাদো আছিল অলপ বেলেগ। চাউল, কণিধান আৰু মাকৈৰ পৰা উলিওৱা সেই আপঙৰ সানমিহলি ৰাগিও আছিল অলপ টান। অলপতে মন উকৰাই নিয় পৰা বিধৰ।

ৰতন কাকতি আহি পোৱাৰ আগতে তাপৰে এটা চুকত বহি পনুং চাই আছিল। ৰতনৰ কাৰণে আচুতীয়াকৈ এটা 'মুঢ়া' আনি নিজৰ ওচৰত ৰাখি থৈছিল। ৰতন আহি পোৱাত তাপৰে নিজৰ কাষতে নি বহুৱালে। ৰতনক দেখি গাওঁবাসীৰ মাজতো আনন্দৰ মৃদু গুঞ্জন উঠিল। সিহঁতে

ৰতনলৈ চালে মৰমসনা দৃষ্টিৰে আৰু ৰতন কাকতিৰ দুচকুৰ দৃষ্টিয়ে সিইঁতৰ মাজত বিগাৰি ফুৰিলে এখনি মৰমসনা মুখ। এনেতে তাপৰে ৰতনৰ হাতলৈ আগবাই দিলে কুহুমিয়া তপত এচুঙা কনিধানৰ আপং।

—আজি খুচি দিন মাষ্টৰ; টিং লাক্।

তাপৰৰ কথা শুনি ৰতনে হাঁহিলে। চুঙাটো ওঠত লগাই এচোক আপঙ খাওঁতেই তাৰ চকুত পৰিল পহীন এখনি মুখ। গাঁৱৰ জীয়াৰী বোৱাৰী সকলৰ লগত বাহি থকা আকাৰ চকু ৰতনৰ চকু পৰাত তাইৰ চকু নমাই নিলে। ৰতনে তাইলৈ চায়েই থাকিল। আবেলি তাপৰে কোৱা কথা বিলাকৰ অৰ্থ আকাৰ মাজত সি বিচাৰি পালে। তাই আকৌ এবাৰ মুখ তুলি চাওঁতে ৰতনৰ পলক-বিহীন দৃষ্টিত পুনৰ চকু পৰাত তাই মিচিকিকৈ হাঁহি দিলে। তাই অস্বস্তিও অনুভৱ কৰিলে। সেই অস্বস্তিৰ হাত এৰাবলৈ তাই খৰ খেদাকৈ বহাৰ পৰা উঠি পনুং গাই থকা ডেকা গাভৰুৰ শাৰীত মিলি পৰিল। কোনোবা ডেকাই কমি অহা জুইকুৰা বঢ়াই তুলিবলৈ কেইদাল মান শুকান কাকো বাঁহ দলিয়াই দিয়াত লক্ষ লক্ষ জুইফিৰিঙতি আকাশলৈ উৰিল। অজান্তিৰ ৰহস্যময় পৰিবেশত ৰতন কাকতিৰ কাৰণে সেই দৃশ্য আৰু মনোমোহা হৈ পৰিল।

মনোমোহা হৈ পৰিল নাচি থকা আকাৰ প্ৰতিটো ভংগী, দেহৰ প্ৰতিটো অংগ! তাৰ অন্তৰত গুজৰি উঠিল— হায় ভগবান! ইমান সৌন্দৰ্য্য, ইমান ৰূপ সকলো তোমাৰেই সৃষ্ট, আৰু তুমি সৃষ্টি কৰা মানুহেই এদিন এই ৰূপ সৌন্দৰ্য্যক দুহাতে মোহাৰি পেলাব।

এনেতে কোনোবা এজনে আহি ৰতন কাকতিৰ হাতত ধৰি পনুং নাচিবলৈ মাতিলে, বাইজে গিৰ্জনি মাৰি উঠিল। আলহী বা সন্মানীত জনক ডেনেদৰে পনুং নাচিবলৈ মাতি নিয়াটো এটা প্ৰচলিত দস্তুৰ। ৰতন কাকতিয়ে তাপৰৰ মুখলৈ চাওঁতে তাপৰেও হাঁহি মাৰি কলে

- একো চৰম নাই মাষ্টৰ, নাচিব লাগে। আজিতো স্ফুৰ্ত্তিৰ দিন।

উপায় নাপাই ৰতন কাকতি পনুং নাচি থকা দীঘল শাৰীটোলৈ আগবাঢ়ি গ'ল। ডেকাজনে ৰতনক নি আকাৰ কাষতে ঠিয় কৰাই দিলে। ৰতনেও পনুঙৰ দস্তুৰ মানি আকাৰ হাত এখনত ধৰি নাচৰ তালে তালে খোজমিলাই নাচিব ধৰিলে। পনুং নাচ সি আগতে নাচিছে, নিয়ম-নীতিও বুজি পায়। অবিৰাম গতিত চলি থকা নাচৰ সতে ৰতন

কাকতিও নাচি গ'ল। এবাৰ আকাশ হাতত এবাৰ কন্ধত এবাৰ কঁকালত ধৰি ধৰি নাচি যাওঁতে ৰতন কাকতিৰ সত্তা যে আকাৰ অংগে অংগে মিলি যাব ধৰিলে। নাচোতে নাচোতে তাপৰে কোৱা কথাকিটা আকৌ মনত পৰিল......আকা দাম দিয়া নিজিৰ.... তাইৰ মতো মাছে ...... বেছি লেটি-পেটি কৰিলে বদনাম ওলাব পাৰে। নাচৰ মাজতে সি আকাৰ হাত এৰি শাৰীৰ পৰা ওলাই আহি নিজৰ ঠাইত বহিল তাপৰে হাঁহিলে, আপওৰ চুঙাটো আগবঢ়াই দি ক'লে—আপুনিতো জোৱান মানুহ। আপোনাৰ দিনত আমি ৰাতভৰ নাচিছিলো মাষ্টৰ। ৰতনে একো উত্তৰ নিদিলে। একান্ত মনে আপং খালে। কিমান খালে, কিমান ৰাতিলৈ নাচ চালে সি পাহৰিলে। কেতিয়া আহি ঘৰ পাই শুলে, সেই কথাও মনত নপৰিল। দোভাগ ৰাতি হঠাতে যেতিয়া তাৰ টোপনি ভাগিল তেতিয়া কোনোবাই যেন তাৰ কোঠাৰ পৰা ওলাই গ'ল সেই কথাৰ উমান পালে। টৰ্চটো লৈ বাহিৰলৈ আহি টৰ্চৰ তীব্ৰ পোহৰত দেখিলে আকা ওৰ গড়াটো দৌৰি উঠি গৈছে গাওঁখনৰ পিনে। ভিতৰলৈ সোমাই দেখিলে টেবুলৰ ওপৰত এচুঙা আপং আৰু কৌ পাতত মেৰিয়াই অনা সিজোৱা কণ চাৰিটা। বেতৰ টঙালেৰে বন্ধা আন এটা টোপোলা খুলি চাই দেখিলে এখন বহী আৰু এদাল কলম। ৰতনে বুজিলে তাপৰৰ হাতত দি পঠোৱা স্কুলৰ বটাটো আকাই ওভোটাই দি থৈ গ'ল। বহী আৰু কলমদালৰ লগতে আছিল এডুখৰি কাগজত ঘঁহি ঘঁহি লিখা এষাৰি কথা—ও স্কুল পঢ়িকুমা, প্ৰাইজ লাগিমা। ৰতনৰ বুজিবলৈ বাকী নাথাকিল যে সেয়া আকাৰ লিখনি। কথা কিটা ঘঁহি ঘঁহি লিখোতে তাই চাগৈ কিমান অভিমান ঢালি দিছিল, সেই কথা অনুমান কৰি ৰতন কাকতিয়ে একে থিয়ে বহু কেইপদলৈ কিছুসময় চাই ৰল' বিভ্ৰান্তিৰে ভৰপূৰ মনটোক সুস্থিৰ কৰি তুলিবলৈ আন উপায় বিচাৰি নাপাই আকাই দি থৈ যোৱা আপঙৰ চুঙাটো হাতত তুলি ল'লে। এঢোক দুঢোককৈ আপং চুঙা কেতিয়া খাই শেষ কৰিলে, কেতিয়া তাৰ টোপনি আহিল সি নজানিলে। পুৱা সূৰ্যৰ স্নিগ্ধ পোহৰ বেৰৰ জলঙাৰে আহি গাত পৰাত ৰতনৰ টোপনি ভাগিল। সাৰ পাই দেখিলে তাৰ হাতৰ মুঠিত তেতিয়াও ধৰি আছিল আকাই পোৱা প্ৰাইজৰ বহীখন, কলমডাল আৰু একখনি চিঠিৰ টুকুৰাটো।

× × ×

৫

এদিন দুদিনকৈ আৰু কেইবাদিনো পাৰ হৈ গ'ল। ২৬ জানুৱাৰীলৈ তেতিয়াও এসপ্তাহ বাকী আছিল। বছেৰেকীয়া পৰীক্ষা শেষ কৰি ৰতন কাকতি সদৰলৈ নামি যাব পাৰিলেহেঁতেন; কিন্তু ২৬ জানুৱাৰীৰ কাৰ্য্যসূচী শেষ কৰিহে নামি যোৱাৰ নিৰ্দ্দেশ আছিল কাৰণে এই কেইটা দিন জিমি গাৱঁতে থাকিবলৈ বাধ্য হ'ল। গতিকে ২৬ জানুৱাৰীলৈ বাকী থকা দিনকিটা ৰতন কাকতিয়ে ইফালে সিফালে ফুৰাচকা কৰিয়েই সময় কটাব ধৰিলে। কেতিয়াবা তাপৰৰ ঘৰলৈ যায়; কেতিয়াবা নৈ লৈ নামি যায় আৰু বৰশীৰে মাছ ধৰে। এদিন আবেলি গাৱঁৰ ঝুম খেতি ডবা পালেগৈ। তেতিয়া ধানকটাৰ দিন। ৰতনে দূৰৈৰ পৰা দেখিলে আকাই ঝুমখেতিৰ পৰা ধানৰ হোৰাটো পিঠিত লৈ একান্তমনে ভলমুৰ কৰি আহি আছে। লগৰ বাকীসকল আগতেই গ'ল—তাইহে পিচ পৰি আছিল।

—আকা!

ওচৰ চাপি অহা আকাই অলপ থত্ মত্ খালে। ওপৰলৈ চাই দেখিলে ৰতন কাকতি। একো উত্তৰ নিদি তাই মনে মনে ঠিয় দি থাকিল।

—নিশা তেনেদৰে মোৰ তালৈ অকলে যোৱাটো জানো ভাল হৈছে আকা? যদি কোনোবাই গম পাইছে, তেনেহলে কি উত্তৰ দিবা?

—ভয় লাগিছে নেকি? দূৰৈৰ পৰ্ব্বত মালাৰ পিনে চাই থকা আকাই দ্বিধাহীন ভাৱে ওলোটা প্ৰশ্ন কৰিলে।

—মোৰ কাৰণে চিন্তা কৰা নাই.............. তোমাৰ যদি কিবা বদনাম হয়, তাকেহে ভয় কৰিছোঁ। ৰতন কাকতিৰ কথা শুনি আকাই এবাৰ ঘূৰি চালে। ডাঠ চেলাউৰী যোৱাৰে তিৰবিৰ কৰা চকু দুটা মেলি তাই ক্ষন্তেক ৰতনলৈ চালে মাথো; একোকে নক'লে। তেজৰঙা মুখখন আৰু তিৰবিৰাই থকা আকাৰ চকুলৈ চাই ৰতন কাকতিয়ে বুজিলে তাইৰ অন্তৰৰ কৰবাত যেন আঘাত কৰিলে। কাষেৰে পাৰ হৈ যাব খোজা আকাৰ পথ ৰাদ্ধ কৰি ৰতনে বুজনি দিয়াৰ

সুৰেৰে কলে—

—মানুহে ভালটো নেদেখে, বেয়াটোহে সোনকালে দেখে,—তাতে তুমি আনৰ দাম দিয়া ছোৱালী; বদনাম হবলৈ কিমান দেৰি। ৰতনৰ কথা শুনি আকাই দুখোজমান আগবাঢ়ি গ'ল।

ৰতনে শুধিলে,

—বেয়া পালা নেকি আকা? মই তোমাৰ ভালৰ কাৰণেহে কথাটো কৈছো।

গৈ থকা আকাই ক্ষন্তেক থমকি ৰ'ল। ৰতন কাকতিলৈ ঘূৰি চাই দৃঢ়ভাবে লাহেকৈ কৈ উঠিল

—বদনাম হ'লে, বদনামটো সৌ নৈ খনত পেলাই দিম, এই বুলি ওচৰেৰে বৈ যোৱা শোৱনশিৰি নৈ খনলৈ আঙুলিয়াই দেখুৱাই দি তাই খৰখোজে গাৱঁলৈ বুলি গুচি গ'ল। গৈ থকা আকালৈ ৰতন কাকতিয়ে চাই থাকিল; আন কথা শুধিবৰ মনোবল সি হেৰুৱাই পেলালে। আজি এটা বছৰে আনে নুবুজিলেও ৰতন কাকতিয়ে ইমানখিনি বুজিব পৰা হৈছে যে সিহঁতে মীমাংসাৰ সলনি সহজে নকৰে। চিন্তিত মনে সি লাহে লাহে নিজৰ থকা ঘৰলৈ বুলি উভতিব ধৰিলে। আহোতে আহোতে ভাবিলে ২৬ জানুৱাৰীটো সোনকালে আহিলেই হয়।

× × ×

## ৬

এসপ্তাহ পিছতেই জানুৱাৰী মাহৰ ২৬ তাৰিখ আহি পৰিল। ২৬ জানুৱাৰী আৰু ১৫ আগষ্টৰ দিন দুটা অৰুণাচলৰ ৰাইজে বছৰে বছৰে বৰ উলহ-মালহেৰে পালন কৰে। ৰাতিপুৱা পতাকা উত্তোলনৰ পৰা আৰম্ভ কৰি গোটেই দিনটো খেলধেমালি, সভাসমিতি, সমাজ সেৱা আদি বিভিন্ন কাৰ্য্যসূচীৰ মাজেৰে ব্যস্ত হৈ পৰে। নিশা সমূহীয়া নাচ গান, বিচিত্ৰানুষ্ঠান তাৰু ভোজভাত খোৱাৰ উখল মাখল লাগে। মেক্‌মেহন সীমা ৰেখাৰ কাষে কাষে প্ৰশাসনীয় কেন্দ্ৰ বিলাকত জ্বলি উঠা উৎসৱৰ মেজি জুই বিলাকৰ পোহৰে গোটেই সীমান্ত অঞ্চল মোহনীয় কৰি তোলে। গণতান্ত্ৰিক স্বাধীনতাৰ অজাণ্ডিতৰ এন্ধাৰতো যেন শান্তি সম্প্ৰীতিৰ আৰু প্ৰগতিৰ দীপাৱলী পাতে।

সেই ২৬ জানুৱাৰীৰ দুদিন আগতে সদৰৰ পৰা ৰতন কাকতিলৈ বিশেষ ডাকযোগে আহিছিল এখন মোহৰ মৰা লেফাফা আৰু এটা টোপোলা। টোপোলাটোত আছিল খেলধেমালিৰ বাবে সৰু সৰু বিভিন্ন বঁটাৰ বস্তু। এখন ডাঙৰ ত্ৰিৰংগ পতাকা, বহী আৰু একপেকেট লজেন্স। টোপোলাটো একলীয়া কৰি থৈ মোহৰ মৰা আৰু ইংৰাজীতে Confidential বুলি লিখা দীঘল খামটো খুলি লৈ ৰতনে ভিতৰৰ কাগজ খন উলিয়াই পঢ়িলে। টাইপ কৰা কথাখিনি পঢ়ি ৰতন কাকতিয়ে মিচিকিয়াই হাঁহি চিঠিখন আকৌ খামটোৰ ভিতৰত সুমুৱাই থ'লে। এনেতে তাপৰ জিমিয়ে বাহিৰৰ পৰা মাতিলে—

—চাৰটো আছে না!

—আছো, আছো গাম। সোমাই আহক।

তাপৰ সোমাই আহিল, ৰতনে চকীখন আগুৱাই দি নিজে বিচনাখনত বহিল। তাপৰে কান্ধৰ চিৰ-লগৰী ফুল-বছা জোলোঙাটোৰ পৰা কণী কেইটামান উলিয়াই টেবুলৰ ওপৰতে থ'লে। মাষ্টৰৰ তালৈ আহিলে তাপৰে কোনোদিনে সুদা হাতে নাহে। কিবা নহয় কিবা এটা জোলোঙা খনত ভৰাই লৈ আহিবই। সেয়া তাপৰৰ ব্যক্তিগত অভ্যাস বুলিও ক'ব পাৰি; বা জনজাতীয় পৰম্পৰা বুলি ক'লেও ভুল কোৱা

নহয়।

—জিলা অফিচৰ পৰা ডাক আহিছে নেকি মাষ্টৰ?

—এই মাত্ৰ আহি পাইছে। ২৬ জানুৱাৰীৰ কাৰণে বস্তু আনিছে। ৰতন কাকতিয়ে কিন্তু মোহন মৰা খামটোৰ কথা উল্লেখ নকৰিলে।

—আমাৰ বন্দবস্ত তেনেহলে পূৰা কৰিব লাগে। আপুনি এক-বাৰ আহি কেনে বন্দবস্তটো চাই দিলে ভাল হ'ব মাষ্টৰ।

—আপুনি কৰা বন্দবস্ত মই আকৌ কি চাব লাগে গাম। আপো-নাৰ চুলি পকিছে, মোৰ কেচা হৈয়ে আছে, এই বুলি কৈ ৰতনেও হাঁহিলে আৰু তাপৰকো হুঁহৱালে। পাৰ্ব্বত হলে তাপৰে খুউব কম হাঁহে, কিন্তু ৰতন কাকতিৰ ঠাইত আহিলে সৰু সৰু কথাতে মন-খুলি হাঁহে। সেইটো তাপৰ জিমিৰ সৰলতা নে ৰতন কাকতিৰ সফলতা বুজিব নোৱাৰি। তাপৰ জিমিৰ নিচিনা দুৰ্দ্ধৰ্ষ তাগিন এজনক আপোন কৰি লব পৰাটো ৰতন কাকতিৰেই সফলতা নহয়, গণতান্ত্ৰিক ভাৰতৰ প্ৰশাসনীয় সফলতা বুলিও ক'ব পাৰি।

কথা, বতৰাৰ মাজত ৰতনে চাহ দুকাপ কাৰ একাপ আনি তাপৰৰ হাতত দিলে। চাহ খাই খাই তাপৰে সুধিলে—

—তোমাৰ চাহ-গছটো আমাৰ ইয়াত লগালে হ'ব নেকি মাষ্টৰ?

—হবতো লাগে গাম। বাচ গাড়ীৰে আহোঁতে বামে পাৰত গাঁৱৰ মানুহে লগোৱা চাহ গছ মই দেখিছোঁ। অৱশ্যে বামে গাঁও ইমান ওখত নহয়, ইয়াৰ নিচিনা বৰফো নপৰে।

—চুটিৰ পৰা ওভতি আহোঁতে অলপ বীজন লৈ আহিবনা মাষ্টৰ, ইয়াত লগাই চাম। এনেদৰেই প্ৰতিটো কামত পুৰণি তাপৰে যেন, নতুন দিনৰ সপোন ৰচিবলৈ আৰম্ভ কৰে।

—গুটি আনিলে হয়নে নহয় কব নোৱাৰোঁ, গছিকে পুলি অলপ মানকে লৈ আহিম। আপুনি ঠাই অলপ ঠিক কৰি থব।

এনেদৰে দুয়ো কিছু সময় কথা পতাৰ পিছত তাপৰ যাবলৈ ওলাল।

—কালি পুৱা সময়ত একবাৰ গাঁৱলৈ আহিবনা মাষ্টৰ।

আহিম বাৰু গাম। আপুনি কৈছে, নাহিলে হব নেকি? দুয়ো হাঁহিলে আৰু আলে ভুংলাক্ বুলি কৈ তাপৰ উভতিল জিমি গাঁৱলৈ, ৰতন ঠিয় হৈ থাকিল সন্মুখৰ পিৰালিতে। জুমখেতিৰ বাটত লগ পোৱাৰ দিন ধৰি আকাৰ লগত ৰতনৰ আৰু দেখা-দেখি হোৱা নাই।

তাইও জুমখেতিলৈ আহিব এৰিলে—বোধহয় ধান চপোৱা শেষ হ'ল। কাইলৈ গাঁৱলৈ গ'লে আকাক লগ পোৱাৰ ক্ষীণ সম্ভাবনাকে মনৰ ভিতৰত পাগুলি-পাগুলি ৰতন কাকতি ভিতৰলৈ সোমাল। বাকচটো খুলি সৰু কেমেৰাটো উলিয়াই এক্কাবতে খেপিয়াই— খেপিয়াই ফিল্মটো ভৰালে। চাকৰিত যোগ দিবলৈ আহোঁতে নজাৰত বিচাৰি সকলোতকৈ সস্তিয়া কেমেৰাটো আৰু ফিল্ম তিনিটা সি কিনি লৈ আহিছিল হিমালয় পৰ্ব্বতৰ ফটো তুলি নিব বুলি।

২৬ জানুৱাৰীৰ দিনা ৰতন কাকতিৰ অনুৰোধ ক্ৰমে তাপৰ জিমিয়ে পতাকা উত্তোলন কৰিলে— সমবেত গাঁওবাসীৰ উপস্থিতিত। পতাকাৰ ৰছি দাল টানি দিয়াৰ লগে লগে ৰাষ্ট্ৰীয় পতাকাখন খোল খাই বতাহত উৰিলে আৰু এসোপা বনৰীয়া ফুলৰ পাহি সৰি পৰিব ধৰিলে,—যেন বন্ধন-মুক্ত এসোপা ৰং-বিৰঙৰ পখিলাহে উৰিল। তাকে দেখি জিমি গাঁও-বাসীৰ মন উল্লাসেৰে উপচি পৰিল। হাত চাপৰি মাৰি সিহঁতে মনৰ উল্লাস প্ৰকাশিলে। দেশৰ স্বাধীনতা আৰু ৰাষ্ট্ৰীয় পতাকাৰ প্ৰতি গাঁও বাসীৰ আনুগত্য যেন আৰু গভীৰ হৈ পৰিল।

......ইংৰাজ চাহাব বিলাক যেতিয়া আছিল, তেতিয়াৰ দিনবিলাক আজিৰ নিচিনা নাছিল। ভৈয়াম আৰু পাহাৰৰ মাজত যেন এখন ডাঙৰ বেৰা দিয়া আছিল। আমি যেনেদৰে বেৰা দি মেথোন ৰাখো, ঠিক তেনেদৰে আমাকো ইংৰাজসকলে ভৈয়াম বাসীৰ পৰা আতৰাই ৰাখিছিল। গান্ধী বাপুৱে ইংৰাজক খেদি-দেশখন স্বাধীন কৰিলে, এতিয়া এইখন দেশ আমাৰ; আমিয়েই ইয়াৰ মালিক। দেশৰ ভাল-বেয়া এতিয়া আমাৰ হাতত...... ।

পতাকা উত্তোলনৰ পিচত তাপৰ জিমিয়ে গাওঁবাসীৰ উদ্দেশ্য ভাষণ দিওঁতে বহুত কথাই কৈ যাব ধৰে। তাগিন দোৱানতে তাপৰে মনৰ কথা কৈ যাওঁতে অতীতৰ তিক্ততাপূৰ্ণ স্মৃতিবোৰ যেন তাৰ মনলৈ উভতি আহিব ধৰে।

......আগতে মিগ্‌লু ইংৰাজ নিগম বিলাক আহিলে গাওঁবাসীক জোৰ কৰি মালবস্তু বোজা বুকিব লগাইছিল। নুবুকিলে বেতেৰে কোবাইছিল। গাঁৱলৈ আহিলে কেম্প সাজি দিব লাগিছিল—মেথোন কাটি সম্মান নজনালে হাত কেৰেয়া লগাইছিল। বিনিময়ত আমি কি পাইছিলো? নিমখ এমুঠিকো পোৱা নাছিলো...... ।

বৃদ্ধ তাপধৰ জীৱন-জোৰা অভিজ্ঞতাৰ কথাবোৰ জিমিদাৰৰ নতুন পুৰুষসকলে একান্তমনে শুনিব ধৰে। তাপধৰ সমবয়সীয়াসকলে মুখ দুপিয়াই সত্যতাক দোহাৰে।

······আজিৰ দিনবিলাক বেলেগ হ'ল। চৰকাৰখন আমাৰ হ'ল।······ডাক্তৰখানা আছিল, স্কুল হ'ল। চাৰসকল থাহি স্কুল খুলিলে। খেতিবাবু আহি নতুন খেতি শিকালে। এতিয়া আৰু ধান খোকে নাথায়······ধানবিলাকো বিলাতী হ'ল।

······তাপধৰ আনুগত্য আৰু প্ৰগতিশীল মনোভাবৰ কথাবোৰ ৰতন কাকতিয়ে একান্তমনে শুনি থাকে। তাপিন দোৱান কিছু শিকিছে কাৰণে তাপধৰ কথাবোৰ বুজিবলৈ ৰতনৰ কষ্ট নহয়। তাপধৰ কথা-বোৰ শুনি যাওঁতে শিক্ষা সঞ্চালকে তাক কোৱা কিছুমান উপদেশ মনত পৰিব ধৰে।

··· ইংৰাজসকলৰ শাসন কালত [illegible] সিহঁতক প্ৰায় এঘৰীয়া [illegible] কৰি থোৱা হৈছিল। এতিয়া সিহঁতক আমাৰ [illegible] কৰি লবলৈ হ'[illegible] লাগিব চৰকাৰী কৰ্মচাৰীৰ নিঃস্বাৰ্থ ত্যাগ, [illegible]নুভূতিশীল মনোবৃত্তি [illegible] এটা মৰমীয়াল মন······। এই কথা[illegible] মনত [illegible]... [illegible]ৰ্বতীয়া লোকসকলোৰো এটা নিজা সভ্যতা-সংস্কৃতি আছে, যি সভ্যতা আৰু সংস্কৃতিক লৈ সিহঁত হাজাৰ বছৰ [illegible] তিষ্ঠি আছি[illegible] তোমাৰ নিজৰ দৃষ্টি ভঙ্গীৰে সিহঁতলৈ নাচাবা। [illegible] তোমাৰ পৰা সিহঁত আতৰি যাব······ প্ৰশাসনীয় লক্ষ্য [illegible] হব।

চাকৰিত যোগ দিবলৈ অহাৰ আগতে শিক্ষা সঞ্চালকে নতুন শিক্ষক-সকলক দিয়া সেই উপদেশবিলাকৰ অৰ্থ ৰতন কাকতিৰ কাৰণে আৰু স্পষ্ট হৈ পৰিব ধৰিলে।

তাপৰ জিমিৰ কথা শেষ হোৱাৰ পিচত ৰতন কাকতিয়ে সমবেত গাওঁবাসীক উদ্দেশ্য কৰি ক'লে······।

—আজি আপোনালোকক এটা ভাল খবৰ শুনাবলৈ পাই মোৰ বৰ গৌৰৱবোধ হৈছে। খবৰটো শুনি আপোনালোকেও নিশ্চয় গৌৰৱ অনুভৱ কৰিব যে সমাজ সেৱাৰ প্ৰতি আগবঢ়োৱা শ্ৰীতাপঁৰ জিমিৰ নিঃস্বাৰ্থ অৱদানৰ কাৰণে চৰকাৰে তেওঁতক এটা ৰাপৰ পদকেৰে সন্মানিত কৰিছে। এইখন সেই আদেশনামা আৰু এইটো সেই ৰাপৰ পদক। এই বুলি কৈ ৰতন কাকতিয়ে চীল-মোহৰ মৰা খামটোৰ

ৰঙা চিহ্নিত উলিয়াই দেখুৱালে, আৰু মেডেলটো তাপৰ জিমিৰ বুকুত পিন্ধাই দিলে। গাওঁবাসীয়ে আনন্দত হৰ্ষধ্বনি কৰি উঠিল আৰু হাত চাপৰিৰে সভাৰ পৰিবেশ আনন্দমুখৰ কৰি তুলিলে।

প্ৰতিক্ৰিয়াহীন ভাৱে থিয় দি মেডেল পিন্ধা তাপৰে চৰকাৰে দিয়া সন্মান আৰু কৰ্তৃত্বসূচক নতুন ৰঙা পচমী কমৰখন ভালদৰে গাত মেৰিয়াই ল'লে। তাৰ পিছত লক্ষেশ্বৰ টিনটো হাতত লৈ ল'ৰাছোৱালীবিলাকৰ মাজত ভগাই দিব ধৰিলে। এটা কোলাহল মুখৰ পৰিবেশৰ মাজত ৰহি থকা আকাৰ চকুত ৰতনৰ চকু পৰাত তাই যেন লাজত ৰঙা পৰি যায়। চাৰিওফালৰ কোলাহলটো তাই যেন নিৰ্বিকাৰভাৱে ৰতনলৈ চাই আছিল। আজি যেন তাই অলপ বেলেগ, অলপ চঞ্চলা। কিহবাৰ তাড়নাই যেন তাইক আজি অস্থিৰ কৰি তুলিছে।

পতাকা উত্তোলনৰ পিচতেই আন এটা আনন্দ আৰু উত্তেজনাই গাঁওবাসীক টানি লৈ গ'ল, গাওঁখনৰ একমুৰে শকত খুটি এডালত বান্ধি থোৱা চাৰি আঙুলীয়া শিঙেৰে দমৰা মেথোনটোৰ কাষলৈ। ২৬ জানুৱাৰীৰ উৎসৱত মেথোন এটা কাটিব বুলি তাপৰে আগতেই কথা দি থৈছিল। সেইটো মেথোন আনুষ্ঠানিক ভাৱে কাটিবলৈ আয়োজন কৰা কাৰ্য্যসূচী চাবলৈ গাওঁবাসীয়ে হেতাওপৰা লগালে। বহুতো কাৰণত মেথোন কটা হয়। কেতিয়াবা বংশগত পৰম্পৰা ৰক্ষা কৰিবলৈ আৰু কেতিয়াবা বিয়া-বাৰু সংক্ৰান্ততো মেথোন কাটে। কেতিয়াবা বাদ-বিসম্বাদ লাগি জেদত কাটে আৰু কেতিয়াবা প্ৰতিশোধমূলক উদ্দেশ্যেৰেও মেথোন কাটি সমূহীয়া ভাৱে তাৰ মাংস ভাগ কৰি খায়। তেনে মাংস খাওঁতাজনৰ কাৰণে সেয়া এটা অলিখিত চুক্তি বা প্ৰতিশ্ৰুতি হৈ পৰে, যি প্ৰতিশ্ৰুতিৰ অন্যথা নহয়। ইংৰাজৰ দিনত কোনো ৰাজনৈতিক বিষয়া গাওঁ পৰিভ্ৰমণলৈ আহিলে সেই গাঁৱৰ অধিবাসীয়ে সমূহীয়াভাৱে মেথোন কাটি চাহাবক সন্মান জনাব লাগিছিল। কেতিয়াবা সন্মান দেখুৱাবলৈ কাটিছিল, আৰু কেতিয়াবা শাস্তিমূলক ব্যৱস্থা হিচাবে বাধ্য হৈ কাটিব লগা হৈছিল। সেই বিগত দিনবিলাকত ইংৰাজ বিষয়াই তাপৰ জিমিৰ ওপৰত শাস্তিমূলক ব্যৱস্থাৰূপে ভ্ৰমণকাৰী ইংৰাজ বিষয়াৰ সন্মানাৰ্থে মেথোন কাটি দিয়াৰ আদেশ দি থৈছিল। ইংৰাজ শাসকক অৱজ্ঞা কৰাটোৱেই আছিল তাপৰ জিমিৰ অপৰাধ। ইংৰাজ বিষয়াৰ সেই আদেশবোৰ তাপৰে ভৰিৰে লচকি থৈ সন্তানহীনা ঘৈণীয়েক

স্থানিক লৈ উঠি গৈছিল দুৰ্গম হিমালয় পৰ্বতৰ গভীৰ পৰিবেশৰ মাজলৈ। মেখোন হয়ে কাটি দিয়া নাছিল। কোনো ভ্ৰমণকাৰী ইংৰাজ মিছনাৰী তাপৰ জিজিক আহি কেতিয়াও গাঁৱত ভৰ পোৱা নাছিল। ইংৰাজ মিছনা উভতি গ'লে তাপৰ আকৌ নামি আহিছিল জিমি গাওঁলৈ। হাতন মুক্তি নিয়ৰ লৈ মেখোন বৰা সংৰক্ষিত ঠাইখিনিলৈ গৈ ও ঐ বুলি মাতিলে তাপৰৰ মাত চিনিপোৱা মেখোনবিলাক দল বান্ধি ওচৰ চাপি আহিছিল। বেমৰ বাহিৰৰ পৰা হাত বঢ়াই দিয়া তুলুবাম পৰা বেছিয়া তাৰ মেখোন-বিলাকে নিয়ৰ চেলেকি খাইছিল তেতিয়া, তাপৰে গণিছিল—

আকিন্
আনি
আাম্প
আকে
পিনি
ইখিং
ইখিং আত্তম
ইখিং আম্পি
ইখিং আকে
ইখিং পিনি

আহ—ঠিক্ দো। গণি গণি দুকুৰি মেখোন পালেহে তাপৰৰ মনে শান্তি পাইছিল। সেই তাপৰে ২৬ জানুৱাৰীৰ আনন্দত নিজৰ খুটিৰে মেখোন কাটি দিলে; বাইজে ৰং-ধেমালি কৰি তাৰ মঙহ খাব আৰু হয়তো ভাবে তাপৰ কিমান ভাল মানুহ বুলি।

সেইদিনা জিমি গাঁওবাসীয়ে খুটিত বান্ধিথোৱা ম'তা মেখোনটোৰ চাৰিওপিনে ঠিয় দি কোঢ়াল কৰি থাকোঁতে এজন ডেকাই ডিঙৰাৰ কুঠাৰখন লৈ মেখোনটোৰ কাষ চাপি গ'ল। ডেকাজনৰ হাতৰ কুঠাৰখনে পুৰাৰ বদ'ত জিক্ জিকাই উঠোঁতেই মুহূৰ্তৰ কাৰণে সমগ্ৰ কোলা-হল স্তব্ধ হৈ পৰিল। গাঁওখনৰ কোনোবা ঠাইৰ পৰা ম'তা কুকুৰাৰ ডাক ভাহি অহাৰ লগে লগে ডেকাজনে দুহাতেৰে পূৰ্ণশক্তিৰে মাৰ এটা মাৰিলে, মেখোনটোৰ মূৰটোৰ ঠিক পিচ দিলে। একে মাৰেই মেৰুদণ্ড ছিঙি মোহোৱাত ৮/১০ মোনীয়া মেখোনটো কঁপি কঁপি মাটিত বাগৰি পৰিল। তাৰ পিচত মেখোনটোৰ জনুদাৰ সকাহ লৈ

সমূহীয়া ভোজনৈ আৰু মূৰটো পঠিয়াই দিলে তাপৰ জিমিৰ ঘৰলৈ। কিছুদিন পিচত শিঙেৰে সৈতে লাও খোলাটো তাপৰে নিজৰ ঘৰৰ বাহিৰ কোঠাত সযতনে বান্ধি ওলোমাই থৈছিল। জখলাৰে উঠি গৈয়ে যিটো আলহীকোঠা পায় তাৰে চটিত, খুটাত আৰু তিনিও-ফালৰ বেৰত শাৰী শাৰীকৈ আঁৰি থোৱা আছিল বহুতো জন্তুৰ লাও-খোলা। কেইবা পুৰুষ ধৰি সঞ্চিত হৈ অহা সেই শুকান লাওখোলা-বিলাকেই যে আছিল শক্তি, মৰ্য্যাদা, আৰু বংশগত গৌৰৱৰ পৰিচয় পত্ৰ। ধনদৌলত, সাহসিকতা আৰু বীৰত্বৰ কেইবাপুৰুষ বিয়পা এক সুদীৰ্ঘ মূক কাহিনী। সঞ্চিত মৰ্য্যাদা যেন এক ধাৰাবাহিক ইতিহাস। অকণ মানি সুগৰি পহৰ পৰা আৰম্ভ কৰি হিমালয় পৰ্বতমালাৰ শৃংগত বিচৰণ কৰা দুষ্প্ৰাপ্য কস্তুৰি পহৰ লাওখোলাও আছিল। বেঁকা চুৰিৰ নিচিনা তিক্ষ্ণধাৰ দুটা দাঁতৰ অকণমানি কস্তুৰি পহৰ লাওখোলাবিলাকে যেন তাপৰ জিমিৰ বংশৰ বহুতো কথা ক'ব বিচাৰে। দহ বাৰ দিনৰ দূৰত্বত কস্তুৰি পহু বিচৰণ কৰা গিৰি শৃংগলৈ যাব পৰাটোও আছিল এক দুৰ্গম অভিযান। লতাও ওলমি শিলত বগাই তাপৰ জিমিও ডেকা কালত কস্তুৰি মাৰি-বলৈ গৈছিল। বাপেক তাকাম জিমিয়ে দেখুৱাই থৈ যোৱা গুপ্ত পথেৰে। তাকাম জিমিয়ে সেই বাট চিনি লৈছিল বাপেক তালি জিমিৰ পৰা। তাৰো পূৰ্বৰ কথাবিলাক আজি-কালি গীত-মাতৰ মাজতহে বৰ্ত্তি আছিছে। গীত-মাতে কোৱা কথাবোৰেই সিহঁতৰ ইতিহাস-শ্ৰুতি আৰু স্মৃতিয়েই জীয়াই ৰাখিছে সিহঁতৰ গীতি-সাহিত্য, যি সাহিত্যই ত্ৰিশ-চল্লিশ পুৰুষলৈকে নিৰ্ভুল ভাবে সকলো কথা কৈ যাব পাৰে। লিখিত ইতিহাসৰ লিখনীত হয়তো কেতিয়াবা ভুল কথা সোমাই যাব পাৰে—কিন্তু স্মৃতি আৰু শ্ৰুতিয়ে পুৰুষানুক্ৰমে দি যোৱা সাহিত্যত ভুল হোৱাটো সম্ভৱ নহয়। যদি ভুল হৈ যোৱাৰ সম্ভা-ৱনা থাকিলহেঁতেন, তেনেহলে বেদৰ নিচিনা মহাগ্ৰন্থ ৰচনাতো ভুল কথা হয়তো সন্নিবিষ্ট হৈ পৰিলহেঁতেন।

সেই দুৰ্গম ঠাইলৈ গৈ কস্তুৰি চিকাৰ কৰাৰ মোহ তাপৰ জিমিয়েও পাইছিল বংশগত পৰম্পৰাৰ দৰে। লতাত ধৰি, শিলত বগাই বৰফাবৃত শৃংগলৈ ডেকা তাপৰো এহাতে এহাতকৈ উঠি গৈছিল দহ বাৰ দিনৰ বাট। গাত আছিল অফুৰন্ত শক্তি আৰু আছিল দুৰন্ত সাহস। অকলশৰীয়া

তাপৰে পৰ্বত বগাই উঠি যাওঁতে ঠায়ে ঠায়ে নিশাটোৰ কাৰণে নিৰ্দিষ্ট ঠাইত জিৰণি লৈছিল। কৰ্কালত বান্ধি নিয়া চকমকি শিলভোখৰিত হাতৰ লোহাৰ খাৰু এপাতেৰে আঘাত কৰি জুইৰ ফিৰিঙতি উলিয়াই সেই ফিৰিঙতিৰ জুই প্ৰথমে ধৰি ৰাখিছিল সুৱনশিৰি নৈৰ পাৰত গজা এবিধ জোপোহা গছৰ পৰা উলিওৱা তুলাৰ নিচিনা আঁহত। ফুৰাই ফুৰাই ধোঁৱা উলিয়াইছিল সেই আঁহৰ পৰা। তাৰ পিছত জাপি দিছিল শুকান বাঁহৰ চোঁচ আৰু তাৰ পিছতেই জ্বলি উঠিছিল নিশাৰ লগৰী প্ৰথম জুইকুৰা। সফলতাৰ নিঃসংগ আনন্দত অকলে হাঁহিছিল তাপৰে। শুকান খৰি জাপি দিয়াত অকণমানি জুইকুৰা দপ্‌-দপকৈ জ্বলি উঠি বিশাল হিমালয় পৰ্বতৰ কোনোবাটো এন্ধাৰ চুক বগা কৰি তুলিছিল। জ্বলি উঠা জুইকুৰাৰ উম পাই তাপৰ জিমিৰ অনুভৱ হৈছিল দিনটোৰ পৰিশ্ৰম আৰু পাইন গছৰ মাজেৰে সৰকি অহা বৰফ চেঁচা বতাহৰ হাড় কপোৱা স্পৰ্শ। কান্ধত ওলোমাই অনা দীঘল ধনুখন আৰু কাঁড়ৰ চুঙাটো পোলোকাই থৈ কস্তুৰি পহু ধৰিবলৈ অনা চিটিকা বচিৰ আতিটো পিঠিৰ পৰা নমাই জুইকুৰাৰ কাষতে মাটিত বাগৰি দিছিল তাপৰে। বিশ্ৰামৰ তৃপ্তি, দপদপকৈ জ্বলি উঠা জুইকুৰাৰ উম্‌ আৰু দুৰ্গম যাত্ৰাৰ কিছু দূৰত্ব অতিক্ৰম কৰি অহাৰ আনন্দত তাপৰে নিজেই নিজক কৈ উঠিছিল—

—আলদো। ভাল, এইবুলি টকালি পাৰিছিল। কৰ্কালত বান্ধি অনা দীঘল দাখন কৰ্কালৰ পৰা খাপেৰে সৈতে সোলোকাই লৈ দুহাতে বুকুত সাৱটি ধৰি চিৎ হৈ পৰি দিয়াৰ লগে লগে তাপৰ শুই পৰিছিল গভীৰ নিদ্ৰাত। জুইকুৰাৰ উত্তাপ কমি যোৱাত তাপৰে জাৰ অনুভৱ কৰি সাৰ পাই উঠিছিল ; ৰাতি কিমান হৈছিল তাৰ অনুমান নাছিল। তেতিয়া তাপৰ জিমি আছিল সভ্য মানুহৰ পৃথিৱীখনৰ পৰা বহু নিলগত। ভোক লগা যেন অনুভৱ হোৱাত পিঠিত অনা নৰাটোৰ পৰা আগদিনা মৰা ভালুক পোৱালী এটাৰ মঙহ এচপৰা হাত ভৰাই উলিয়াই আনি জুইকুৰালৈ দাঙিয়াই দিয়াত ফৰ-ফৰাই জ্বলি উঠিছিল মাংস চপৰাত লাগি থকা ডাঠ ক'লা নোম-বোৰ। চৰ্বিখিনি পৰ্‌-পৰাই জ্বলিব ধৰাত তাপৰে দীঘল মাৰি এডালেৰে পোৰা মাংস চপৰা টানি উলিয়াই আনিলে। সৰু কটাৰীখনেৰে পোৰা মাংসৰ ক'লা ছাইখিনি কৰি-কৰি চাফা কৰি তাপৰ জিমিয়ে ভোক্‌ গুচোৱাত ব্যস্ত হ'ল। নৰাটোৰ পৰা বাঁহৰ চুঙা এটা উলিয়াই সভ্যতাৰ একমাত্ৰ সংগী নিয়ৰ

অৰুণ হাতৰ তলুৱাত যে পোৱা মাংসটুকুৰা পৰম তৃপ্তিৰে চোবাই চোবাই খালে।

—আজি আকৌ ওলাই থকা এচটিয়া শিল চটাৰ তলতে সি শুবলৈ লৈ জুইকুৰাত একোজা খৰি জাপি দিলে। লাহে লাহে জুইকুৰাৰ পোহৰে গুহাৰ নিচিনা শিলৰ এখাৰ ভিতৰখন পোহৰাই তোলাত চিৎ হৈ পৰি থকা তাপৰে চাৰিওফালে চকুফুৰাই চাব ধৰিলে। আগতেও সি বহুবাৰ কস্তুৰি মাৰিবলৈ আহি এই ঠাই টুকুৰাত শুই গৈছে। অকল সিয়েই নহয়— তাৰ বহুতো উপৰিপুৰুষে কস্তুৰি মাৰিব আহি সেইখিনি ঠাইতে শুইছিল। সেই উপৰিপুৰুষসকলৰ শিলচটাৰ হাতৰ পৰশ অ'ত ত'ত তেতিয়াও লাগি আছিল। জুইৰ পৰা মুঠালি অনা এঙাৰেৰে তাৰ উপৰি পুৰুষ-সকলে যেন বহু কথাই সেই শিলচটাত লিখি থৈ গৈছে। একাবেঁকা কিছুমান অবোধ্য ৰেখাৰে। এঠাইত ম'তা কুকুৰাৰ নিচিনা চিত্ৰ, আৰু এঠাইত খৰিকাৰ নিচিনা চাৰিখন ঠেঙৰ ওপৰত কোমোৰাৰ নিচিনা গা-টোৰ এটা জন্তু। দীঘল নেজডালৰ পৰা মেখোনেই হব বুলি তাপৰে অনুমান কৰিলে। ক'ৰবাত ধনু কাঁড়, আৰু ক'ৰবাত সাপৰ নিচিনা একা বেঁকা দীঘল ৰেখা। আঁকি থৈ যোৱা উপৰি পুৰুষসকলৰ কথা ভাবি ভাবি ডেকা তাপৰ এটা সময়ত শুই পৰিছিল।

সেই কস্তুৰি চিকাৰ কৰিবলৈ যোৱা ডেকা কালৰ তাপৰ জিমিয়ে এবাৰ শিখি শৃংগত বাঘ হেকৰাই নিৰ্ঘাত মৃত্যুৰ দুৱাৰদলিৰ পৰা কেনেদৰে উভতি আহিছিল সেই কথা ৰতনে এদিন জানিবলৈ হাবিয়াস কৰিলে। তাপৰে এ:নয়ে নকয়, সুধিলে হাঁহি হাঁহি কয়—সেইবিলাক কথা জানি কি লাভ পাব। আমাৰ কথাবোৰ গোটেই জীৱন পঢ়াই থাকিলেও শেষ নহব মাষ্টৰ। কস্তুৰি মাৰিব গৈ সেইবাৰ কি হৈছিল শুনিব মাষ্টৰ?

—নিশ্চয় শুনিম দাম: আপোনাৰ ডেকাকালৰ কথাবোৰ জানিবলৈ কিমান মন যায়।

ৰতনৰ আকুতিৰ আগ্ৰহ দেখি বৃদ্ধ তাপৰে আৰম্ভ কৰিলে বহুদিনীয়া পুৰণি এটা কাহিনী।

—সেইবাৰো অকলে গৈছিলোঁ কস্তুৰি মাৰিবলৈ।

—তেতিয়া আপোনাৰ বয়স কিমান হৈছিল?

ৰতনৰ আগ্ৰহ বাঢ়ে।

—কিজানি কিমান হৈছিল। আমাৰ তাগিন মানুহে বয়স কামেৰে হিচাব কৰে। কেঁচুৱা খেলাৰ পৰা খৰি-পানী বুখিব পৰা, মাইকী অনা, এইবিলাকেই আমাৰ বয়স। আমাৰ আবোৱে সেই বছৰতে মোৰ কাৰণে মানি বুঢ়ীক নিদাগোদি পাতি ঘৰত আনি তুলিছিল। মোৰ মন নাছিল, চিকাৰ কৰি ফুৰিয়েই ভাল পাইছিলোঁ। আবোৱে ৰং কৰি কৈছিল—বুঢ়া হলে মাইকী আনিবি নেকি? মোৰ বংশ বৰ নালাগে? দুয়ো হাঁহিব ধৰে।

—তাৰ পিছত।

—মানিক আনিলে ধান কটাৰ বতৰত আৰু মই কস্তুৰি মাৰিবলৈ গ'লো বৰফ পৰা গৰম দিনত। সৌখন যে দূৰৰ পৰ্বত দেখিছে মাষ্টৰ তাৰ বৰফ নোহোৱা হলেই কস্তুৰি চিকাৰৰ সময় আহি পৰে। এবাৰমান বৰফ নাথাকে। তেতিয়াই নগ'লে পিচলৈ যাব নোৱাৰি। মোৰ যাওঁতে সিবাৰ দহ দিনমান দেৰি হৈছিল। যেতিয়া ঠাইখিনি পাইছিলোগৈ, তেতিয়া তাত ছাইৰ নিচিনা পাতল বৰফ পৰিবলৈ আৰম্ভ হৈছিল। গৰমৰ দিন হ'লেও তাত সদায় ঠাণ্ডা। কিন্ কিনিয়া বৰষুণ লাগিয়েই থাকে। উৰি ফুৰা মেঘবিলাক হাতেৰে চুব পাৰি-কেতিয়াবা দহ হাত দূৰলৈকে নেদেখা হৈ পৰে। বতাহে কিছুসময়ৰ কাৰণে মেঘবিলাক আঁতৰাই নিলেই আমি চাৰিও পিনে চাই লওঁ, কস্তুৰিখিধাক ক'ত ওই আছে বা শিলৰ ওপৰত থকা কোমল শেলুৱৈ খাই ফুৰিছে। তাৰ পিছতেই সিহঁত অহা-যোৱা কৰা বাটবিলাকত ছিটিকা পাতি থৈ আহো। পিচদিনা চিটিকা চাবলৈ যাওঁ আৰু চিটিকাত পৰা ম'তা কস্তুৰি পহুৰ কস্তুৰিটো কাটি লৈ আহো।

—অকল ম'তা পহুৰহে কস্তুৰি থাকে নেকি? নজনা কথা বহুত কাকতিৰ জানিবলৈ মন যায়।

—অ' ম'তাটোৰহে কস্তুৰি থাকে। মাইকীৰ নাথাকে।

—কস্তুৰিটো কোনখিনিত থাকে জান?

—এইখিনিতে থাকে। এই বুলি তাপৰে গাত পিন্ধা সেউজীয়া গাজুক চোলাটো দাঙি বগা গাটোৰ দ' নাভিটো আঙুলিৰে দেখুৱাই দিয়ে আৰু দুয়ো হাঁহে।

—কস্তুৰিটো কিমান ডাঙৰ হয়?

—কিমান ডাঙৰলো হব আৰু। সৰু ম'তা হলে কস্তুৰিটোও সৰু

হয়। ডাঙৰ হ'লে কস্তুৰিটোও ডাঙৰ হয়-কেতিয়াবা পাঁচ, ছয় তোলা ওজনলৈকে ডাঙৰ পাইছো।

—কস্তুৰি পহু থকা ঠাইখিনি গোন্ধায় নেকি পাম?

—ঠাইখিনি নোগোন্ধায় যদিও সিহঁতৰ লাড্ শুঙিলেই আমি গম পাওঁ জুমটোত মতা কস্তুৰি আছেনে নাই।

—পাৰ মলহো গোন্ধায় নেকি?

—গোন্ধাবতো।

—খাবলৈ কিজানি ভাল নালাগিব নহয়নে পাম।

—পুৰি খাবলৈ ভাল; সিজাই খাবলৈ ভাল নহয়। তোলৈ কস্তুৰি মাৰিব গ'লে আঠ দহ দিন আমি চিটিকাত পৰা নাইবা ধনুকাঁড়েৰে মৰা কস্তুৰি মঙহকৈ খাই থাকোচোন।

—সেইবাৰ কি হৈছিল কওকচোন পাম। বতনে আকৌ তাপৰক কাহিনীৰ আঁও ধৰাই দিলে।

—আগদিনা পাতি থৈ অহা চিটিকা পিচদিনা পুৱাতে উঠি চাবলৈ গ'লো। বৰ ঠাণ্ডা পৰিছিল সিদিনা। নিশাৰ পৰাই কিন্ কিনিয়া বৰষুণ হৈ আছিল। চাপৰ জোপোহা এটাৰ ওপৰতে ডালপাত এসোপা জাপি দি জোপোহাটোৰ ভিতৰতে মোৰ থকা ঠাই কৰি লৈছিলোঁ। গাঁৱৰ পৰা নিয়া শুকান কলপাতবিলাক জোপোহাটোৰ ওপৰত জাপি দি বৰষুণ নপৰা কৰিছিলোঁ। সেই দিনবিলাকত আজি কালিৰ নিচিনা পানীকাপোৰ নাছিল। চিটিকাত পৰা পহু আনিবলৈ যোৱাৰ উৎসাহত সিদিনা ঠাণ্ডাকে কেৰেপকে কৰা নাছিলো। পৈয়েই উভতি আহিম বুলি একো খোৱাও নাছিলোঁ। এই বুলি তাপৰে অলপ বৈ পাহৰা দিনৰ কথাবোৰ মনত পেলাবলৈ চেষ্টা কৰিলে।

—তাৰ পিচত?

—দাখন কঁকালত বান্ধি ধনুখন হাতত লৈ ওলাই যাওঁতে জুই-কুৰা জ্বলি থাকক বুলি এসোপা খৰি জাপি থৈ গৈছিলো। এখন এখনকৈ চিটিকা চাই চাই কিমান দূৰ গুছি গৈছিলোঁ মনতে নাছিল। চিটিকাত পৰা পাঁচটা কস্তুৰি পাই মন খুচিৰে ভৰি পৰিছিল। শেষৰ-খন চিটিকা চাই উভতিব ধৰোতে আঠ হাতৰ আঁতৰি যোৱাত দেখিলো কিছুদূৰত এজাক কস্তুৰি পহু শিলনিৰ ওপৰত ৰহি পুৱাৰ ৰ'দ লৈ

আছে। মনত লোভ হ'ল মাষ্টৰ ধনুক'াড়ু হাতত লৈ শিলনিৰ আঁৰ লৈ জুমটোৰ পিনে লাহে লাহে আগবাঢ়ি গলোঁ। উভতি আহোঁতে বাট হেৰুৱাম বুলি ঠায়ে ঠায়ে বগা শিল একোডোখৰ থৈ গৈছিলোঁ। সেই ঠাইত বাট বিচাৰি পোৱাৰ সেয়ে নিয়ম। মেঘে আগুৰিলে দহ হাত দূৰৰ্ধোকে যেতিয়া একো নেদেখা হয়, তেতিয়া থৈ যোৱা শিলৰ চিন ধৰি ধৰি উভতি আহিব লাগে। চকু থাকিও মানুহ তাত কণা হৈ পৰে। এবাৰ বাট হেৰুৱালে নিজৰ ঠাইলৈ উভতি অহাটো বৰ টান। লগ নাথাকিলে অকলে তালৈ চিকাৰ কৰিব যাব নাপায়।

—আপুনি তেনেহলে অকলে কিয় গৈছিল ?

—হে হে হে। ৰতনৰ কথাৰ উত্তৰত বৃদ্ধ তাপৰ জিমিয়ে হাঁহিলে মাথোন, কথাৰে একো নক'লে। সাহস আৰু সবলতাৰ সেয়ে কিজানি লক্ষণ।

—অকলে তাত ভয় লগা নাছিল নে ? ৰতন কাকতিয়ে তাপৰ জিমিৰ বিস্মৃত অতীতক মনত পেলাই দিবলৈ চেষ্টা কৰাত তাপৰ জিমিয়ে চেলাউৰি দুটা কোচ খুৱাই মনৰ গভীৰ অন্ধকাৰত থাকৰি যোৱা কথাবোৰ হাত খেপিয়াই বিচাৰিব ধৰে।

—ভয় লগা নাছিল মাষ্টৰ, ভালহে লাগিছিল।

—ভাল লাগিবলৈ ইমান ওখত কিনো আছিল ? হিমালয়ৰ গিৰি-শৃংগ নেদেখা ভৈয়ামৰ ৰতন কাকতিৰ বিস্ময় আঁতৰাই তাপৰে ক'লে—

—কি নাই তাত মাষ্টৰ, কিমান কিচিমৰ শিল আছে তাক কেনেকৈ বুজাম। ৰঙা, বগা, সোণৰবৰণীয়া শিলগুটিবিলাকৰ ওপৰেদি আমি যেতিয়া খোজ কাঢ়ি যাওঁ তেতিয়া ঘৰৰ কথা মনত নপৰা হয়। কিমান ডাঙৰ ডাঙৰ পানীৰ পুখুৰী আছে আৰু কিমান কিচিম চৰাই আহি খেলা কৰি থাকে—চাই থাকিবৰ মন যায়। পানীবোৰ নীলা—ডাঙৰ ডাঙৰ মাছবিলাক কিমান পুৰণি হিচাব নাই, দেখিলে ভয় লাগে।

—দেওলগা মাছ হ'ব কিজানি নহয়নে গাম ? নিপাক ৰতন কাকতিৰ তেতিয়া নিজা গাৱঁৰ কাষৰীয়া বিলৰ দীঘলঠেঙীয়া বাক্‌টোলৈ মনত পৰিছিল হ'ব পায়।

---দেও চেও নাই মাষ্টৰ। আচ্‌মানটো ফালেৰে চুব পৰা সেই ঠাইবিলাক ইমান চুপ-চাপ (নিস্তব্ধ) যে মনটো এনেয়ে বেয়া লাগি যায়।

—কিমান চুপচাপ ঠাম ? অৰুণাচলৰ কথিত অসমীয়াতেই ৰতনে সুধিলে ।

—কিমান চুপ-চাপ কেনেকৈ বুজাই ক'ম মাষ্টৰ। ইমান চুপ-চাপ যে কুকুৰটোৰ চিপ্‌-ধাপ আৱাজ বাহিৰৰ পৰাই শুনি। তাপৰৰ কথাবিলাক কওঁতে মুখখন মেলি এটা এটাকৈ যেন গিলি যাব ধৰে।

—আৰু এক কিচিম কুকুৰাৰ সমান চৰাই আছে, মানুহ দেখিলেও মগজায়...অকণা লাগি চাই থাকে। ৰ'দ লাগিলে গাৰ পাখিবিলাক চিক্‌চিকাই থাকে। মাইকীটোতকৈ মতাটো বেছি ধুনীয়া। অলপ ৰৈ তাপৰে তাৰ বহু পিছত এৰি থৈ অহা উদণ্ড যৌৱনৰ মৰণ নেওচিৰ পৰা দিনবিলাকলৈ পুনৰ্ উভতি যায়।

—এনেদৰে শিলগুটি থৈ থৈ বহুত দূৰ গুছি গ'লো, কিমান দূৰ গৈছিলোঁ উভতি চোৱা নাছিলোঁ। হঠাতে মেঘ আহি গোটেই ঠাই-খিনি নেদেখা কৰি পেলালে। ঠাণ্ডাতে অকঁৰা হৈ যোৱা আঙুলিৰে ধনু কাঁড় ধৰি আন্দাজতে আগবাঢ়ি বস্তুবিলাক থৈ থকা ঠাইখিনি পালোঁ। অলপ পিচতে মেঘ আঁতৰি যোৱাত পহুৰ জাকটো চকুত পৰিল। সিহঁতে মোক ইমান ওচৰতে দেখা পাই পলাবলৈ লওঁতে ডাঙৰ মতা এটালৈ চাই দীঘল কাঁড় এপাত মাৰি পঠালো। বাকীবোৰ শিলৰ ওপৰে ওপৰে জপিয়াই জপিয়াই পলাই গল যদিও কাঁড় লগাটো বেছিদূৰ যাব নোৱাৰিলে অলপ দূৰত গৈ বাগৰি পৰিল। এনেতে আকৌ ঠাইখিনি মেঘে ঢাকি পেলোৱাত কাঁড় লগা পহুটোৰ পৰি পৰি যোৱা তেজৰ চিন চাই অলপ আগবাঢ়ি যোৱাৰ পিচতেই এজাক হৰমুৰিয়া বৰষুণে তেজৰ চিন-খিনিও ধুই মচি পেলালে। মৰা কস্তুৰি পহুটো পালো যদিও উভতি অহাৰ বাট হেৰুৱাই পেলালোঁ। সিমানলৈকে কৈ তাপৰে অলপ ৰ'ল। কিবা ভাবি শুকান হাতৰ তলুৱাখনেৰে শুকান মুখখন এবাৰ মোহাৰি ললে। সেয়া তাৰ মুদ্ৰাদোষ। আন সময়তো তেনেদৰে মছে খং উঠিলে ঘনাই মছে।

—কস্তুৰিটো কাটি লৈ পিচঠেঙৰ মঙহ এচপৰা পুৰি খাই বুজি পিঠিৰ নাখাটোত ভৰাই লৈ উভতিৰ খোজোতে বাট হেৰুৱালোঁ। ইফালে সিফালে চালোঁ, এৰি যোৱা শিলগুটিৰ চিনবিলাক হ'লে বিচাৰি নাপালোঁ। তেনে অৱস্থাত স্থিৰ হৈ থকা ঠাইখিনি এৰি বাট বিচাৰি ফুৰাটো বিপদৰ কথা হৈ পৰে। মইও সেই ভুলকে কৰিছিলোঁ মাষ্টৰ। তাপৰে আকৌ অলপ

কৈ ৰতনৰ পিনে চালে। তাৰ কাহিনী শুনি মোহাচন্ন হৈ পৰা ৰতন কাকতিয়ে যেন সম্বিৎ ঘুৰাই পালে। সক হুমুনিয়াহ এটা আপোনা আপুনি তাৰ বুকুৰ পৰা ওলাই আহিল।

—তাৰ পিচত পাম?

তাৰ পিচত আৰু কি হ'ব মাষ্টৰ। বাট বিচাৰি এবাৰ ইফালে যাওঁ আকৌ আনবাৰ ঠাইলৈ উভতি আহোঁ। মোৰ বুজিবলৈ বাকী নাথাকিল যে পলাই যোৱা কণুৱিজাকৰ ঠেঙত লাগি চিন দিয়া শিলবিলাক ওফৰি গৈছে। মনলৈ মোৰ চিন্তা আহিল, চিন্তা আহিলে মন কমজোৰ হয়; মোৰো সেয়ে হ'ল। শিলৰ চিন বিচাৰি বিচাৰি কিমান সময় পাৰ হ'ল মনত নাই। যেতিয়া হাত-ভৰিৰ আঙুলীবিলাক ঠাণ্ডাতে শিলৰ নিচিনা টান হ'ল; তেতিয়া বুজিলো উভতিব আৰু নোৱাৰিম। উশাহো চুটি হৈ আহিল। সিমান ওখত এনেয়ে উশাহ লোৱাত কষ্ট হয়, অলপতে ভাগৰ লাগি যায় তাতে বাট হেৰুৱাই মনটো দুৰ্বল হৈ পৰিছিল। গাটো অলপ গৰম হওক বুলি ভাবি নাবাৰ পৰা কণুৰি এটা উলিয়াই কটাৰিৰে দুফাল কৰি ভিতৰত থকা দানাইখিনি খাই পেলালো। গাটো অলপ গৰম হৈছিল কিজানি মনত নাই। কি হয় হব বুলি ভাবি আন্দাজতে মই থকা ঠাইখিনিলৈ বুলি ভাবি আগবাঢ়িলো। কিন্ কিনিয়া বৰফুণজাকৰ পিছতে ফিৰ্ ফিৰিয়া বতাহ আহি গাৰ হাড় কিভালো এইবাৰ কপাই তুলিলে; চকুৰে কম দেখা হলো মাষ্টৰ।

তাপৰে কৈ যোৱা কথাবোৰ শুনি ৰতন কাকতি মাষ্টৰে ভাবিলে সেয়াজানো জীৱন্ত মানুহৰ কথা হব পাৰে! সি যি শুনি আছে তাক কবলৈ জানো জীৱন্ত তাপৰ জিমি তাৰ সন্মুখতে বহি আছে? সেয়া তাপৰ জিমিনে তাপৰ জিমিৰ প্ৰেতাত্মা?

—ভোকতে ৰ'ব নোৱাৰি নাৰাটোৰ পৰা কেঁচা মাংস চপৰা উলিয়াই লৈ কামুৰি খাব খুজিলো; মনটো পগলা হ'ল মাষ্টৰ। ভাবিলো— অলপ অলপকৈ মৰাতকৈ এৰেকবাৰেই মৰি যোৱা ভাল। মোৰ খোজৰ স্থিৰতা হেৰালে। এবাৰ মূৰ ঘূৰাই পৰিও পৰো। উঠিৰ খুজি আকৌ পৰিলো। বুজিলো মই আৰু উঠিব নোৱাৰিম। কাণেৰেও নুশুনা হ'লো। মৰণক মই বহুবাৰ মুখা মুখি লগ পাইছিলো মাষ্টৰ; কিন্তু তেনেদৰে পোৱা নাছিলো। আতখনলৈ চালো হাতৰ তলুৱা নীলা পৰি গৈছে।

আঙুলীবোৰ কোঁচখাই বেঁকা হৈছে। তথি দুখনলৈ চাওঁতে দেখিলো আঙুলীৰ আগৰিজাক কাটি ক'লাতেজ গোটমাৰি গৈছে। জিভাখনো নলৰা হ'ল। কি হ'ল নাজানো—দীঘল দাখন কৰনোৱাৰাতে কেতিয়াবা উজিয়াই গলো... ..

শঙ্কাই ৰতন কাকতি মাষ্টৰৰ মন থৰক বৰক কৰি তুলিলে। নতুন মাষ্টৰসকলক দিয়া বিদায়ী ভাষণত শিক্ষা সঞ্চালকে কোৱা কথা কেইটামান তাৰ আকৌ মনত পৰিল। ... তোমালোকৰ সভ্য-তাৰ মাপ কাঠিৰে সিহঁতৰ সমাজৰ জীৱনধাৰাক জুখি নাচাবা। তোমালোকৰ পোচাক পৰিচ্ছদৰে সিহঁতৰ নগ্নতাক বিজাই নজবা, কাৰণ সেই নগ্নতাৰ মাজতো এনে ইতিহাস লুকাই আছে যাৰ তুলনা পাবলৈ নাই......

—দা-খনৰ ধাৰ কৰি থোৱা আগটো পেটত লগাই দি দুহাতেৰে ভিতৰলৈ ঠেলি দিব ওলাওঁতেই ভাঠ যেঘে ফাট মেলিলে। বাওঁপিনে দূৰৈত জুইৰ পাতল ধোঁৱা দেখি মই যেন জীৱনক ওভতাই পালো মাষ্টৰ। সকলো পাহৰি মই ধোঁৱাখিনিলৈ বুলি পগলাৰ দৰে দৌৰি যাব খুজিলো।

উজুতি খাই পৰিছিলো—উঠি থিয় দিছিলো। ধাৰ শিলত লাগি গাটো কাটি ছিঙি গৈছিল—মই বুজি পোৱা নাছিলো। কেতিয়া আহি ধোঁৱাখিনিৰ ওচৰ পাইছিলো মনত নাছিল। ওচৰ পাই দেখিলো মই পোৱা জোপোহাটো জুইয়ে পুৰি শেষ কৰিলে কিন কিনিয়া ৰৰষুণতো জুইকুৰা উমি উমি জ্বলি আছিল। পগলাৰ দৰে মই গৰম ছাইখিনিৰ ওপৰতে পৰি দিছিলো মাষ্টৰ। তেতিয়া সঞ্জয়াৰ এন্ধাৰ নামি আহিব ধৰিছিল। এসোপা শুকান ডাল-পাত জুইকুৰাত জাপি দি আন এসোপা ডাল-পাত গাত জাপি লৈ মই শুকান ছাইখিনিৰ ওপৰতে পৰি থাকিলো। মই নমৰাকৈ উভতি আহিছিলো মাষ্টৰ। এনেয়ে উভতি অহা নাছিলো, গোজৰটো কন্তৰি লৈহে উভতি আহিছিলো। অজপ বৈ শেষৰ কথাকিটা অজপ খেমালিৰে ক'লে—হানিক বাপেকৰ ঘৰৰ পৰা আনিবলৈ যাওঁতে সিহঁতৰ অওহি বওহিক দিবলৈ লহোটো কস্তুৰি লৈ যাম বুলি মইয়ে মনতে ভাবি থৈছিলো মাষ্টৰ। এই বুলি কৈ বৃদ্ধ তাপৰ জিমিয়ে মন খুলি হাঁহিব ধৰিলে। বিস্ময়ত তন্ময় হৈ পৰা ৰতন কাকতিয়েও হাঁহিলে। ৰতনৰ সেই হাঁহিত প্ৰকাশ পাইছিল এক অৰ্দ্ধনগ্ন দুৰন্ত মানুহৰ প্ৰতি

গভীৰ প্ৰজ্ঞাৰ অনুভূতি, সেই গভীৰতা আছিল সাগৰতলিৰ গভীৰতাতকৈও গভীৰ আৰু হিমালয়ৰ গিৰিশৃংগৰ নিৰ্জনতাতকৈ নিৰ্জন প্ৰজ্ঞা।

× × ×

উৎসৱমুখৰ ২৬ জানুৱাৰীৰ দিনটোৱে জিমি গাঁওবাসীক আনি দিছিল আৰু এক নতুন আনন্দৰ উচ্ছ্বাস। ওখ শিলনীৰ পৰা চিৰ্ চিৰ্‌কৈ বৈ অহা এধানি ক্ষীণ পানীৰ ধাৰাই আছিল গোটেই গাঁওবাসীৰ কাৰণে একমাত্ৰ খোৱাপানীৰ উৎস। বাৰিষাৰ বৰষুণে সেই নিজৰাৰ জলধাৰা সাময়িক ভাৱে গঢ়াই তুলিলেও খৰালিৰ শুকান দিনত টোপ্ টোপ্‌কৈ পৰা পানীখিনিয়েই গাঁওবাসীৰ কাৰণে আছিল ভৰসাৰ থল। টোপ্ টোপ্‌কৈ পৰি থকা পানীখিনিৰ চাৰিওকাষে বাঁহৰ দীঘল দীঘল চুঙা লৈ থিয় দি থকা ল'ৰা-ছোৱালী, জীয়াৰী, বোৱাৰীসকলৰ কাৰণে সি যেন একোটা দিন জোৰা প্ৰতীক্ষা আছিল। এটোপা পানী আৰু এখন গাঁও—তথাপি নাছিল দন্দ খৰিয়াল, নাছিল হেতা ওপৰা। ভেয়ামৰ গণতন্ত্ৰক সিহঁতে দেখা নাছিল। সংবিধানিক গণতান্ত্ৰিক অধিকাৰ কি সিহঁতে বুজি নাপাইছিল। বুজি পাইছিল যে সমাজ পাতি জীয়াই থাকিবলৈ হলে ব্যক্তি স্বাৰ্থক পৰিত্যাগ কৰিবই লাগিব। সিহঁতৰ সেই গণতন্ত্ৰৰ নাম নাই সঁচা, কিন্তু গভীৰ আদৰ্শ আছে। সংবিধান নাই যদিও সামাজিক বিধান আছে—যি বিধানক পৰিবৰ্ত্তিত শতাব্দী-বিলাকেও আজিলৈকে ভাঙিব পৰা নাই। যিদিনাৰ পৰা এই আদিম পৰম্পৰাৰ অন্ত পৰিব সিদিনাৰ পৰাই সিহঁতৰ সমাজতো আৰম্ভ হব ঐতিহ্য আৰু আধুনিকতাৰ সংঘাত; প্ৰচলিত প্ৰথা আৰু লিখিত নিৰ্দেশৰ সংঘৰ্ষ। জয়ী কোন হ'ব, হাৰিব কোনে সেয়া সময়েহে নিৰ্ধাৰণ কৰিব। নিৰ্ধাৰণ কৰিব সামাজিক চেতনাবোধে।

সেই জিমি গাঁওৰ মাজ মজিয়ালৈ ২৬ জানুৱাৰীৰ দিনা নামি আহিছিল বৰফ্ চেঁচা পানীৰ বিৰামহীন ধাৰা। গ্ৰাম্য পানী যোগান বিভাগে দুই কিলোমিটাৰ নিলগৰ পৰা পলিথিন নলী বহুৱাই জিমি গাঁওলৈ আনি দিছিল খোৱা পানীৰ নতুন নিজৰা। অন্ত পৰিছিল পুৰুষানুক্ৰমে চলি অহা পানীৰ হাহাকাৰ।

পতাকা উত্তোলনৰ পিছতেই যেতিয়া আনুষ্ঠানিক ভাৱে প্ৰাণৰ জিমিয়ে

পানীৰ নতুন নলাটো খুলি দিছিল তেতিয়া যেন জিমি গাঁওবাসীৰ মাজত প্ৰগতিৰ উখল মাখল লাগি পৰিছিল। ক্ৰমে ক্ৰমে ল'ৰা-ছোৱালীয়ে পাইপৰ মুখেৰে জৰ্ জৰাই পৰিব ধৰা স্ৰোত ধাৰাৰ তলত থিয় দি হাঁহি উল্লাসেৰে জিমি গাঁও আনন্দমুখৰ কৰি তুলিছিল। পানী খুলি দিয়া দৃশ্য চাবলৈ অহা গাঁওবাসীয়ে ল'ৰা-ছোৱালী জাকৰ সেই উল্লাসত তেওঁলোকেও উটি ভাহি যাব ওলাইছিল। সেয়া যেন উৎসৱৰ ভিতৰতে আন এটা উৎসৱ হৈ পৰিছিল। আৰু ২৬ জানুৱাৰীৰ সেই ক্ষণকাল পুৱাৰ বেলা আকাশত উৰিলে ত্ৰিৰঙ্গ পতাকা মাটিৰে বৈ আহিল যোৱা পানীৰ স্বচ্ছ ধাৰা। মৰুভূমিত বাটহেৰুৱাই পিয়াহত পানী বিচাৰি মৰীচিকা খেদি ফুৰা মানুহে হঠাতে অহা বৰষুণজাকৰ পানী দুহাতেৰে আঁজলী ভৰাই বলীয়াৰ দৰে পি খোৱাৰ নিচিনাকৈ জিমি গাঁওৰ বুঢ়া-ডেকা, পুৰুষ-মহিলাইও সিদিনা আঁজলিয়ে আঁজলিয়ে পানী পি খাই আনন্দতে চিঞৰি উঠিল—

ইচি —ইচি —ইচি -

জিমি গাঁওবাসীৰ সেই সীমাহীন আনন্দ উল্লাসক বতন কাকতিয়ে অলপ অলপ নিলগৰে পৰা চাই আছিল। ওচৰতে থিয় দি থকা তাপৰ জিমিয়ে নিজেই কৈ উঠিল—

—ইংৰাজবিলাকে নদীৰেই আমাৰ মাজত সীমা বান্ধি দিছিল। মা, তাগিন, গালোং চিনি মানুহবিলাকে একেখন পাহাৰতে থাকিলেও ইংৰাজবিলাকে নৈ, জান, জুৰিবিলকেৰেই আমাক ভাগ ভাগ কৰি ৰাখিছিল। আজি নৈখনেই আহি গাঁও পাই গ'ল যেতিয়া জাতপাত জানো আৰু থাকিব মাষ্টৰ?

ইংৰাজৰ বিভেদ নীতিৰ বিপৰীতে স্বাধীন ভাৰতৰ প্ৰশাসনে উন্মোচন কৰি দিয়া প্ৰগতিৰ প্ৰতিশ্ৰুতিক ইমান সহজ সৰল ভাৱে অনুভৱ কৰা দেখি তাপৰ জিমিৰ জীৱনযোৰা অভিজ্ঞতাৰ সন্মুখত স্কুলমাষ্টৰ বতন কাকতি যেন বাওনা হৈ পৰিল। তাপৰৰ প্ৰশ্নৰ উত্তৰত বতন কাকতিয়ে উত্তৰ দিলে—আপুনি মই এদিন এক হৈ যাম চাব। পাহাৰৰ পৰা বৈ যোৱা নৈৰ পানী ভৈয়ামে খাব আৰু ভৈয়ামে কৰা পানীখেতিৰ ধানৰ চাউল আপোনালোকে খাব, ৰজকচোন চাওঁগে—

এই বুলি কৈ, পলিথিন্ মঞ্চৰ পৰা মাটিত পৰি জৰ-জৰাই বৈ যোৱা পানীৰ সোঁতটোৰ লগে লগে আগবাঢ়ি গ'ল বতন কাকতি মাষ্টৰ।

পাওঁথনৰ এচলিয়া মাটিৰ ওপৰেদি কাটি নিয়া একাবেঁকা নলাটোৰে যি যোৰা পানীৰ সৰু সুঁতিটোৰ লগে লগে তিনি গাঁওবাসীও যে আছিল এক নতুন আনন্দৰ সন্ধানত। বৃদ্ধ তাপৰ তিনিও গাঁওবাসীৰ লগতে আগবাঢ়ি গ'ল এজন সম্মোহিত মানুহৰ বিস্ফোৰিত দৃষ্টিৰে। যি যোৰা পানীৰ জোৰটো সে যেতিয়া ফুল সমীপবৰ্ত্তি মাটিপুৰাত পৰিলগৈ তেতিয়া তিনি গাঁওবাসীসকল যেন আনন্দ উল্লাসত ফাটি পৰিল। দীঘল দীঘলকৈ চাপ কাটি উলিওৱা নতুন পানীখেতিৰ প্ৰথম মাটিভৰাত যোঁৰতী পানীৰ অবিৰাম সোঁত বিয়পি যাব ধৰা দৃশ্যই তিনিবাসীৰ দৃষ্টিত যেন এক নতুন যুগৰ আৰু এটা দিগন্ত মুকলি কৰি তুলিলে। গাঁওবাসীয়ে ভাবিলে নিজাক মানুহৰ নিচিনাকৈ সিহঁতেও দুয়োবেলাই পেটভৰাই ভাত খাবলৈ পাব; জুম খেতিৰ এমুঠি এমুঠি ধানৰ অনিশ্চয়তাৰ ওৰ পৰিব। স্থায়ী খেতিৰ ওচৰে পাঁজৰে স্থায়ী বসতি গঢ়ি উঠি অঘৰী যুগৰ অন্ত পেলাব। ৰতন কাকতিয়েও ভাবিলে স্থায়ীখেতিৰ মাটিৰ মোহে তাগিন সমাজত ৰাজনৈতিক, অৰ্থনৈতিক, সামাজিক আৰু সাংস্কৃতিক নতুন বুনিয়াদ গঢ়িতোলাত মূল ভূমিকা লব।

অবিৰাম গতিত বৈ অহা জলধাৰাই প্লাবিত কৰি পেলোৱা ৰঙা-মাটিৰ চপৰাবিলাকৰ ওপৰত জপিয়াই জপিয়াই ফিৰিঙী পাৰি উঠিল কণ কণ ল'ৰা-ছোৱালী জাকে। সিহঁতৰ অকণি অকণি ভৰিৰ গচকত বোকাময় হৈ পৰিল তিনি গাঁওৰ পানীখেতিৰ প্ৰথম মাটিভৰা। কি সেই উল্লাস, কি সেই আনন্দ। ভাক্ৰানাঙলৰ পৰা সপ্ত সিন্ধুৰ শীতল জলধাৰা প্ৰথম যিদিনা ৰাজস্থানৰ শুকান মৰুভূমিৰ মাজলৈ বৈ আহিছিল সিদিনা সেই মৰুভূমিত বাস কৰা অৰ্দ্ধাহাৰী অঘৰী মানুহখিনিও কিজানি এনেদৰেই উল্লাসত ফাটি পৰিছিল। জীৱন্ত হৈ পৰিছিল সিহঁতৰ আশা আকাঙ্খাবোৰ। যেনেদৰে ৰজা সগৰৰ ষাঠি হাজাৰ মৃত সন্তানক জীয়াই তুলিবলৈ ৰজা ভগীৰথে কঠোৰ তপস্যা কৰি সৰগৰ পৰা গঙ্গাক নমাই আনিছিল ধৰিত্ৰীৰ বুকুলৈ।

× × ×

ব্যস্ততাপূৰ্ণ সেই দিনটোৰ শেষ কাৰ্য্যসূচী আছিল সমূহীয়া ভোজ আৰু সমূহীয়া পনুং নাচ। সন্ধিয়া জগাৰ আগে আগে গাঁৱৰ মানুহবোৰ আহি

গোট খাব ধৰিছিল মৰং ঘৰৰ সন্মুখৰ মুকলি ঠাইডোখৰত। সমূহীয়া কামৰ বাবে সেই ঠাইখিনিয়েই গাঁওৰ একমাত্ৰ মুকলি সমান ঠাই। আগৰ দিনত ইংৰাজ চাহাব ভ্ৰমণলৈ আহিলে লগত আহিছিল দলে দলে সশস্ত্ৰ গা-ৰখীয়া চিপাহী আৰু মালকঢ়িয়াই অনা নেপালী পোৰ্টাৰ বা কুলি। চাহাবে বিচৰা মতেই ৰাইজে সোৱণশিৰিৰ পাৰত হাবি কাটি মুকলি ঠাই উলিয়াই দিছিল। সেই ঠাইতে আগ পাচ চাই চিপাহীয়ে তৰি দিছিল। চাহাবৰ ভাওৰ তামিঘৰ বা তম্বু। চাহাবক দেখা কৰিবলৈ গাঁৱৰ মুখীয়াল লোকসকলে আহিছিল সেই তামি ঘৰলৈ। লগত অনা দা যাঠিবোৰ চাহাবৰ নিৰ্দেশত দূৰতে পহৰাদাৰী চিপাহীৰ হাতত জমা দি আহিব লাগিছিল। চাহাবক খুচি কৰিবলৈ মুখীয়ালসকলে লগত নিছিল কণী, কুকুৰা, আপং ভৰা ভাওৰ ভাওৰ বাঁহৰ চুঙা আৰু গাহৰি। জীয়া গাহৰি নহয়, জুইত পুৰি চকা কৰি অনা গাহৰি। পেটটো ফালি আনিছিল মাংসত লাগি থকা বগা চৰ্বীৰ ডাঠ তৰপটো চাহাবে দেখি খুচি হওক বুলি। তেলাল চৰ্বী তাগিন সমাজত বৰ আপুকণীয়া বস্তু। ডাঠ চৰ্বী দেখিলে চাহাবে ভাল পাব বুলি গাঁৱৰ ৰাইজে ভালবো ভাল গাহৰিটোকেই মাৰি-পুৰি চাহাবক নি দিছিলগৈ। পাইপ খোৱা ইংৰাজ চাহাবে দুখীয়া ৰাইজৰ সেই ভাব-ভেটি মনৰ জোখাই নহলে খং কৰি উঠিছিল আৰু মনৰ জোখাই হলে হাঁহি মাৰি কৈছিল।

বউৎ আচ্ছা—বউৎ আচ্ছা। খুমলোগ বউৎ আচ্ছা আদ্‌মি হায়। হাম বউৎ খুচি হ্যায়। বউৎ বউৎ খুচি। এই বুলি চাহাবে দুপইচা মূল্যৰ সস্তীয়া লেম মাৰ্কা চিগাৰেট মুখীয়ালসকলৰ হাতে হাতে দিছিল। নিজে নিবিলাইছিল---অৰ্ডালীৰ হাতেৰে বিলাইছিল। তেতিয়া গা-ৰখীয়া চিপাহীয়ে সঙিন লগোৱা ৰাইফল ধৰি চাহাবৰ চাৰিওপিনে সতৰ্ক হৈ থাকি শাসক আৰু শাসিতৰ মাজত অবিশ্বাস আৰু সন্দেহৰ এক অলংঘনীয় প্ৰাচীৰ হৈ ঠিয় দি থাকিছিল।

এটা সময়ত চাহাব গৈছিল গাওঁখনলৈ আগুৰি গৈছিল এজাক চিপাহী। মৰঙ ঘৰৰ সন্মুখৰ সেই সমান ঠাই ডখৰিতে গাঁওবাসীক চাহাবে দেখা দিছিল। সকলো মানুহ চাহাবক দেখা কৰিবলৈ আহিবলৈ বাধ্য হৈছিল। মহাজনক ধৰি আনি সৌকাৰে কোবোৱাৰ আদেশ আছিল। চাহাবে ভঙা ভঙা ভঙা হিন্দীত যি কৈছিল লগত অনা সদৰৰ দোভা-নয়ে ভাৰে স্থানীয় ভাষাত বুজাই দিছিল। তাৰ পিচত খিলোৱা

হৈছিল “পলিটিকেল উপহাৰ” নামৰ কিছুমান সস্তীয়া সামগ্ৰী। যেনে:— নিমখ, চাহপাত, চাবোন, সৰু সৰু আচী, বিভিন্ন আকাৰৰ ৰঙ-ৰৰঙীয়া মণি, লেম মাৰ্কা চিগাৰেট, জুইশলা ইত্যাদি। সেই সস্তীয়া বস্তুবোৰ হাতত লৈ গাঁওবাসীয়ে চাহাবলৈ চাইছিল...শঙ্কা মিশ্ৰিত এক বিস্মিত প্ৰতিক্ৰিয়াৰে। চিপাহী চণ্ডৰি লৈ চাহাবে যি দিনা গাঁও এৰি গুছি গৈছিল বাইজে ভাবিছিল বিপদ আঁতৰি যোৱা বুলি। চাহাব আঁতৰি যোৱাৰ পিচতে তাপৰ জিমি গাঁৱলৈ উভতি আহিলে গাঁও-বাসীয়ে যেন নিজৰ মনোবল ওভতাই পাইছিল। তাৰ পিছতেই দপ্-দপ্‌কৈ জ্বলি উঠিছিল নৈৰ পাৰত চাহাবে এৰি থৈ যোৱা চিপাহী চণ্ডৰি থকা শাৰী শাৰী ঘৰবিলাক। সেই জুই নিশাৰ এন্ধাৰত আৰু ৰঙা হৈ জ্বলা চাহাবে হয়তো দেখা পাইছিল পৰ্বতৰ টিঙত থকা আন এখন গাঁওৰ শৰা। চাহাবে বুজি পাইছিল তাপৰ জিমি ওভতিল বুলি। দাঁত কৰচি হয়তো গৰ্জি উঠিছিল বুলি।

Bloody hell-I will see you.

আজিৰ দিনবিলাক বেলেগ হ'ল। চৰকাৰী বিষয়া গাঁৱলৈ আহিলে বাইজে দলগুলিকে আদৰিবলৈ আগুৱাই যায়। যেনে দৰে ৰঙম-কাকতিক আনিব গৈছিল। পলুং গাই গাই আদৰি আনি মৰং ঘৰৰ মাজ মজিয়াত বহুৱাই বাইজ বহে সন্মুখৰ মুকলি ঠাইখিনিতে। বিষয়াই বুজাই দিয়ে চৰকাৰে আগবঢ়োৱা বিভিন্ন আঁচনিৰ কথা। বুজলয় স্থানীয় সমস্যাবিলাকৰ। মনৰ আনন্দ বুজাবলৈ বাইজে গধূলি সমূহীয়াকৈ পলুং নাচে। নিজেও নাচে, বিষয়াকো নচুৱাই। খোজত খোজ মিলাই নাচিব নজনা বিষয়াৰ দুৰ্গতি দেখি বাইজে গিৰ্জনী মাৰি হাঁহে—বিষয়াইও হাঁহে। এহি পৰে শাসক আৰু শাসিতৰ মাজত শতাব্দী ধৰি গঢ়ি উঠা অবিশ্বাস আৰু সন্দেহৰ শেলুৰে ধৰা প্ৰাচীনখন।

পুখুৰী চাতি ধৰা পুনিখিনিৰ মাজলৈ শিলগুটি এটি দলিয়াই দিলে ঢৌৱে পুনিখিনিক অলপ সময়ৰ কাৰণে আঁতৰাই নিলেও মুকলি ঠাই-খিনিলৈ পুনিখিনি যেনেদৰে আকৌ ওভতি আহে তেনেদৰে ইংৰাজ গুচি যোৱাৰ পিচতেই স্বজাতিৰ বুকুলৈ লাহে লাহে উভতি আহিব ধৰে জিমি গাৰ'ৰ অৱহেলিত মানুহখিনি। উভতি আহে ইংৰাজ নথনা দুৰ্ধৰ্ষ তাগিন তাপৰ জিমি।

সমিয়াৰ এন্ধাৰত ২৬ জানুৱাৰীৰ দিনাও মৰংঘৰৰ সন্মুখত জ্বলি

উঠিছিল একুৰা জুই। গোটেই নিশা জ্বলাই ৰাখিবলৈ ওচৰতে দ'ম কৰি থোৱা আছিল অসংখ্য শুকান কাকো বাঁহ। জুইকুৰাৰ চাৰিও-পিনে ডেকা-গাভৰু একাক শাৰীপাতি বিভিন্ন চেও দি পনুং নচা বাইজে বহি চাইছিল। বিজনিয়াই মাজে মাজে বিলাই গৈছিল সগুহীয়া আপং। জুই, পনুং আৰু সগুহীয়া আপঙৰ ৰাগীয়ে ৰাগিয়াল কৰি তুলিছিল জিমি গাওঁৰ পৰিবেশ। তাপৰ জিমিক লগত লৈ ৰতন কাকতি যেতিয়া আহি মৰংঘৰৰ সন্মুখত থিয় দিলে তেতিয়া পনুংনাচৰ নেতৃত্ব দি আছিল আকাই। দুদিন পিছতে বহেবেকীয়া চুটিত ভৈয়ামলৈ নামি যোৱা আনন্দতে ৰতনৰ মন পাতল হৈ আছিল। তাতে তাপৰৰ ঘৰত খানিয়ে দিয়া পুৰণি আপঙৰ ৰাগীয়ে তাৰ মন উতনুৱা কৰি থৈছিল।

জুনুকা বন্ধা সৰু দা-খন ওলোটাকৈ ধৰি পনুঙৰ নেতৃত্ব দিয়া আকাক দেখি ৰতনৰ মনত খেলি মেলি লাগিল। ক'লা গালে, আৰু ক'লা হাতখৰা ব্লাউজ পিন্ধা আকাৰ উদং বগা বাহু দুটাত ৰতন কাকতিৰ উতনুৱা মনৰ দৃষ্টি আবদ্ধ হৈ পৰিল। হাতী দাঁত যেন নিগোটল বাহুদুটাত মাখি পৰি পিচলি যোৱা মসৃণতাক ৰতন কাকতিয়ে যেন দূৰৰ পৰাই অনুভৱ কৰিলে। পনুঙৰ নেতৃত্ব দিয়া অকলশৰীয়া আকাৰো চালচলন আনদিনাতকৈ তুলনাত অলপ বেলেগ যেন লাগিল ৰতন কাকতিৰ। আনদিনাৰ নিচিনা তাই আজি গহীন নহয়। গাইছে-নাচিছে ইফালে সিফালে চাই মিচিকিয়াই হাঁহিছে। আন দিনা-তকৈ তাইৰ মাতটোও যেন আজি বেছি স্পষ্ট। ক'লা নতুন গালে-খন অলপ বেছি চুটিকৈ পিন্ধা কাৰণে উদং ভৰিদুখনৰ কলাফুল দুটালৈ ৰতনৰ চকু পৰিল। আকাইও নাচৰ মাজতে এবাৰ ৰতনলৈ চাওঁতে চাৰি চকুৰ মিলন ঘটিল। তাৰ পিচৰে পৰা আকাৰ নাচৰ গতি ক্ৰমে উৰ্দ্ধগামী হৈ উঠিব ধৰিলে। নাচি থকা আকাৰ যেন আজি ভাগৰ নাই; গীতত গোৱা কাহিনীবো যেন অন্ত নপৰা হ'ল। নাচ চাই থকা গাওঁৰ গাভৰুজাকে বুজিলে আপঙৰ ৰাগীয়ে আকাক আজি ৰাককৈয়ে পাইছে। চাকিৰ পোহৰৰ চাৰিও পিনে চগাই যেনেদৰে ঘূৰি ঘূৰি উৰে তেনেদৰে মৰং ঘৰৰ প্ৰাঙ্গণত জ্বলি থকা জুইকুৰাৰ ৰঙা পোহৰত ক'লা কাপোৰ পিন্ধা আকাই যেন নিজৰ গাভৰু সুলভ অস্তিত্বক পাহৰি যাব ধৰিলে। সমাজৰ মাৰ্জিত আচৰণৰ সীমা ৰেখাও তাই নেওচি পেলালে। গাওঁবাসীৰ উপস্থিতিকো তাই অনুভৱ কৰিবলৈ

পাহৰি গ'ল ; আৰু হয়তো পাহৰি গ'ল যে দুখীয়া বাপেকে তাইক ছটা মেথোনৰ বিনিময়ত কাহানিবাতে তাদামক দি থৈছে। সমাজৰ সহস্র দৃষ্টিক পাহৰিবলৈ তাই যেন ৰতন কাকতিৰ দৃষ্টিক অংগে সানি লব বিচাৰিলে। নৈশ অভিসাৰৰ মনোমোহা প্রলোভনে আকাৰ গাভৰু মনটোক ৰতন কাকতিৰ সান্নিধ্যলৈ যেন হাতবাউলী দি দি মাতি নিব ধৰিলে।

× × ×

নিশা কিমান হৈছিল ৰতন কাকতিৰ তেতিয়া মনত নাই। সমূহীয়া পনুং নাচৰ সমাজখন এৰিথৈ সি কেতিয়া শুছি আহিছিল তাকো নাজানে। নিজান ঘৰটোলৈ উভতি আহি পাকটোত মুখ গুজি সি কেতিয়া শুই পৰিছিল সেই কথাকো মনৰ খেলি মেলিতে পাহৰি পেলাইছিল। হঠাতে যেতিয়া তাৰ টোপনি ভাগিল তেতিয়া মূৰৰ চুলিত কাৰোবাৰ আঙুলীৰ পৰশ সি অনুভৱ কৰিলে।

—কোন ?

তাৰ উদগ্রীৱ প্রশ্নৰ উত্তৰ লগে লগেই আহিল।

—আকা।

তেতিয়া কিমান ৰাতি হৈছিল ৰতন কাকতিয়ে নাজানে। তথাপি সুধিলে।

—ইমান ৰাতি তুমি ইয়াত কিয় আকা ? শঙ্কা আৰু বিস্ময়ে ৰতনৰ মন বিব্রত কৰি তুলিলে।

—আমাৰ খুচি। আকৌ সংক্ষিপ্ত উত্তৰ দিলে আকাই।

ৰতনে টর্চ লাইটটো জ্বলাই দিওঁতেই আকাই টর্চৰ পোহৰ হাতৰ তলুৱাৰে ঢাকি ধৰিব খুজিলে। কিন্তু তাইৰ আঙুলিৰ মাজেৰে সৰকি অহা ক্ষীণ পোহৰত ৰতন কাকতিয়ে দেখা পালে আকা যেন বন্ধনহীনা উদভ্রান্ত এক গাভৰু। নিশাৰ অভিসাৰিণী কোনোবা প্রেম প্রেয়াসী ললনা

—নহয় আকা, তুমি যোৱা।

—নাযাওঁ। তাইৰ মাতত ফুটি উঠিল বিদ্রোহী নাৰীৰ হুঙ্কাৰ।

— গাওঁবাসীয়ে কাইলৈ পুৱা জানিলে বিপদ হব।

ৰতনৰ কথাত খিল্ খিলাই হাঁহি দি আকাই ক'লে--

—ইমান ভয় কিয় ? মইহে আহিছো।

—কিন্তু ইমান নিশা কিয় আহিলা আকা ? দুবৈৰ পৰা পনুংগীতৰ পৰি অহা ক্ষীণ সুৰ তেতিয়াও ভাহি আহিছিল।

—দিনত আহিলে যে মানুহে দেখে। আকৌ হাঁহে। তাইৰ মুখত

আগণ্ডৰ তীব্ৰ লোভ তেতিয়াও লাগি আছিল। ৰতন কাকতিয়ে বুজি পালে—আকা উন্মাদিনী অভিসাৰিকা। বাদ অপবাদ তাইৰ কাৰণে তুচ্ছ।

—গাঁওবাসীয়ে সুধিলে কাইলৈ কি উত্তৰ দিবা আকা? ৰতন কাকতিয়ে অলপ উঠি বহিল।

—সেইটো মোৰ কথা। তাইৰ উত্তৰত স্পষ্ট দৃঢ়তা।

—বদনাম হ'লে·········ৰতনৰ কথা শেষ নহ'ল।

—কেহো নহয় বদনাম হলে বদনামটো—সৌ নদীখনত পেলাই দিম বুজি। তাই যেন আৰু দৃঢ় হৈ পৰে।

—নহয় আকা তুমি যোৱা। ৰতনৰ মাতত অনুনয়ৰ সুৰ।

—নাযাওঁ। মই ইয়াতে থাকিম। সদায় সদায় থাকিম। তাদামৰ ঘৰলৈ মই নাযাওঁ।

মনৰ আবেঁগ বান্ধি ৰাখিব নোৱাৰি ৰতন কাকতিৰ বুকুত মুখখন গুজি আকাই হুক্ হুকাই কান্দি পেলালে। টৰ্চটো জ্বলাই দিওঁতে তাৰ উজ্জ্বল পোহৰত ৰতন কাকতিয়ে দেখা পালে, সমুহীয়া পনুওত পিন্ধা সেই এ:কযোৰা কাপোৰেৰেই তাই গুছি আহিছে। টেবুলৰ ওপৰত থোৱা আছে এচুঙা আপং। আপং চুৱাই আকাৰ মনৰ নোকোৱা কথাখিনিও যেন ৰতনক কৈ পেলালে। নিশা তেতিয়া কিমান হৈছিল ৰতন কাকতিয়ে জানিবলৈ আৰু ইচ্ছা নকৰিলে। বাহিৰত মাঘমহীয়া ঘোপমৰা এন্ধাৰ; ৰৰফে আগুৰা ওচৰৰ পৰ্বতমালাৰ শিখৰৰ পৰা বৈ অহা হাড়কঁপোৱা জাৰ আৰু দূৰৰ পৰা ভাঁহি অহা পুৰঁতি নিশাৰ পনুং গীতৰ পৰিশ্ৰান্ত সুৰে ৰতনক আকাৰ নিবিড় সান্নিধ্যলৈ অজানিতে টানি লৈ গ'ল। তাৰ জীৱনৰ সকলো কল্পনা, সকলো সপোন লাহে লাহে সংকোচিত হৈ আহি তাৰ বুকুত মুখগুজি দিয়া আকাৰ মাজতে কেন্দ্ৰীভূত হৈ পৰিল। পৃথিৱী-খনৰ বিশালতাও যেন ৰতন কাকতি মাষ্টৰৰ অকণমানি পজাটোতে আহি খুপ খাই পৰেহি।

দূৰৈৰ কোনোবা পৰ্বতৰ একাংশ হঠাতে হুৰহুৰাই খহি পৰিল ভাগৰে বৈ যোৱা সোৱণশিৰিৰ বুকুত। ভূমিস্খলনৰ সেই আকস্মিক শব্দত চক্‌খাই নৈৰ পাৰৰ ইকৰাণি ডবাৰ মাজৰ পৰা সুগৰি পহ এজনী.য় আতুৰ ভাৱে চিঞৰি উঠিল।

—খোৱাং ,—:খাৱাং

সেয়া প্ৰকৃতিৰ গতানুগতিক মাত আছিল, নে আকাই কৰা আত্ম-দানৰ প্ৰতিবাদত প্ৰকৃতিৰ আৰ্ত্তনাদ আছিল। সেই কথা বুজাই দিবলৈ তেতিয়া তাত কোনো নাছিল। আছিল মাথো আকা আৰু ৰতন কাকতি। জন্ম জন্মান্তৰে নাৰী আৰু পুৰুষে ইজনে সিজনক বিচাৰি পোৱাৰ অনন্ত কাহিনী।

# ৮

—আজে ইনজাক আই মাণ্টৰ। ২৬ জানুৱাৰীৰ দু'দিন পিচত বছেৰেকীয়া চুটিত তৈয়ামলৈ নামি যাব ওলোৱা ৰতন কাকতিক বিদায় জনাবলৈ আহিছিল। জিমি গাঁৱৰ বহুতো মানুহ। দলঙৰ মুখলৈকে আগুৱাই থবলৈ অহা মানুহজাকৰ মাজৰে পৰা তাপৰে যাত্রা পথৰ শুভেচ্ছা জনালে ৰতন কাকতিক। ভালদৰে যাবাদেই মাণ্টৰ বুলি কোৱা তাপৰ জিমিৰ কথাষাৰিৰ মাজত বহুতো মৰম মিহলি হৈ আছিল। বিদায় জনাবলৈ অহা তাপৰৰ মুখত ভাষা নাছিল যদিও চিক্ চিকিয়া চকু দুটাই যেন বহুতো কিবা কিথি কৰ বিচাৰিছিল।

—সোনকালে আহিব চাৰ।

—ভালকৈ যাব চাৰ।

—আমাৰ কথা পাহৰি নাযাব চাৰ। ইত্যাদি বিভিন্ন ধৰণৰ কথাৰে কুলীয়া ল'ৰাজাকে হাই-উৰুমি লগালে।

—আহিম, আহিম মইনাহঁত, সোনকালেই আহিম। হাঁহি হাঁহি ৰতন কাকতিয়ে ল'ৰাসকলক শান্তনা দিলে। তিনিজন ডাঙৰ ল'ৰাই ৰতনৰ লগতে যাবলৈ আহিছিল। তিনিদিনৰ বাট খোজ কাঢ়ি গৈ বুধবাৰৰ বাছ গাড়ীখনত তুলি দি সিহঁত উভতি অহাৰ কথা। মাণ্টৰৰ বাকচ বিচনা সিহঁতেই কঢ়িয়াই নিব সেইটো যেন সিহঁতৰ কাৰণে আনন্দৰ কথা। দলঙখনত উঠাৰ আগে আগে তাপৰ জিমিৰ সোঁহাতখন নিজৰ দুহাতৰ মুঠিত ধৰি লৈ ৰতন কাকতিয়ে ক'লে—

—ও ইংৰে, ন, আজে ভুংলাক আই পাম। ৰতনৰ মুখত তাপিন মাত শুনিলে তাপৰে আগতে হাঁহিছিল। আজি নাহাহিলে। কিবা ভাবি মুখ ঘুৰাই আনপিনে চালে।

—চুটি আদায় হলেই মই উভতি আহিম। কুলৰ ল'ৰালৈ মই চিঠি লিখিম— সিহঁতে বুজাই কব।

—হেৰ

হেৰ বাক কৈ তাপৰে মাণ্টৰৰ দুয়োখন হাতত ধৰি জোকাৰি দি বিদায় শুভেচ্ছা জনালে। খি' দুখন হাতত হাতকেৰেয়া পিন্ধামলৈ ইংৰাজ

চাহাবে বহুবৰ পিচত বহুৰ ধৰি চেষ্টা কৰিও বিফল হৈছিল, পিবা উপশিবা ওলোৱা তাপৰ জিমিৰ সেই বলিষ্ঠ হাত দুখন ৰতন কাকতিৰ সৰু মুঠি দুটাতে যেন বন্দী হৈ পৰিল।

—আপোনাৰ কথা মোৰ সদায় মনত পৰি থাকিব পাম। ক্ষুণখন চাব। চাৰি কাঠি আপোনাকে গতাইছো—মাজে মাজে ল'ৰাবিলাকৰ হাতে চাক্-চিকুণ কৰাব।

—মেন্ পে লাগিমা মাষ্টৰ। তুমি কব নালাগে মাষ্টৰ বুলি কৈ তাপৰে হাঁহিলে। লগতে আনেও হাঁহিলে। হাঁহি থকা গাওঁবাসীক হাত জোকাৰি বিদায় জনায় ৰতন কাকতিয়ে খপ্ খপ্‌কৈ বাঁহৰ জখলাবে দলঙৰ মুখলৈ উঠি গ'ল। উঠি যাওঁতে মনতে ভাবিলে।

—আৰু নাহিল। যাবৰ সময়ত মাত এষাৰি দিবলৈ নাহিলেও অন্তত দূৰৰ পৰা হলেও এবাৰ দেখা দিব পাৰিলেহেঁতেন বুলি ৰতন-কাকতিয়ে ভাবিলে। কিবা এটা এৰাব নোৱাৰা মোহৰ বন্ধনত ৰতন কাকতিৰ সমস্ত সত্বা যেন বন্দী হৈ পৰিল। এবছৰৰ মূৰত ভৈয়াম দেখা পাব, মা-দেউতাকক লগ পাব, ৰেৱতীজনীও চাগে সি অহা দিনটোলৈ বুলি বাট চাই থাকিব; এনেবিলাক আশাওধিয়া অনুভৱেও ৰতনৰ মন উতনুৱা কৰিব নোৱাৰিলে। পিচপিনে এৰি থৈ অহা জিমি গাওঁবাসীৰ কথা আৰু ছাৰ্কিহ জানুৱাৰীৰ পূৰ্বতী নিশাৰ আকাৰ দিয়া প্ৰতিশ্ৰুতিক সুৱঁৰি সি দলঙৰ মুখ পালেগৈ। জিপিবাংগোৰ মাহমৰীয়া মানুহৰ সতে কটা কটি লগা দিনৰে পৰা প্ৰায় দুকুৰি বছৰ ধৰি এই দলংখন জিমি বাংগোৰ মানুহে ই একপক্ষীয়ভাবে সাজি আহিছিল আৰু দলঙৰ তলৰ ঘুলিটোত মাছো এক পক্ষীয় ভাবে মাৰি খাইছিল। ইংৰাজ যোৱাৰ পিচত প্ৰশাসনৰ গড়-কাপ্তানি বিভাগে লোহাৰ আঠ-ভাল তাৰেৰে পুৰণিখনৰ ঠাইতে স্থায়ী দলংখন সাজি উলিয়াই দিয়াত এই অঞ্চলৰ কাৰণে বহুযুগৰ অভাব এটা পূৰণ হৈছিল। নতুন দলঙখন মুকলি কৰিবৰ দিনা সুবণশিৰিৰ দুয়োপাৰৰ বাংলোৰ মানুহ আহিছিল। পিপি বাংগোৰ মানুহ নিজৰ খুটিত অহা নাছিল। চৰকাৰী কাগজ পাইহে আহিছিল। ইংৰাজৰ দিনৰ কাজিয়া পেচালবিলাক পাহৰি পেলাবলৈ চৰকাৰে জনোৱা আবেদনৰ পিচতহে সিহঁত আহিছিল, সিও নিজৰ মাত্ৰত হোৱা দীঘলীয়া বাদানুবাদৰ পিচতহে। মাত্ৰ মৰা লৈ দুকুৰি বছৰ আগতে হোৱা কাজিয়াত আহত হোৱা বুঢ়া দুজন মানে

নিজৰ বাউসি আৰু কলাকুলৰ কটা দাগ দেখুৱাই চিঞৰি কৈছিল—এই কটা দাগ জিমি বাংগোৰ মানুহে যদি পেলাব পাৰিব নেকি? যাব খাবৰ মন আছে সি যাওক, আমি হলে নাযাওঁ।

কিন্তু বুঢ়াকিজনৰ দুকুৰি বছৰীয়া খেদৰ ওচৰত নতুন চাম্নে সেও নামানিলে। সিহঁতৰ যুক্তি হ'ল দলংখন চৰকাৰে সাজিছে যেতিয়া সেই দলংখন সকলোৰে দলং। দুদিনজোৰা তৰ্ক বিতৰ্কৰ পিচত জিমি বাংগোৰ সকলো মানুহ দলং মুকলি কৰা চাবলৈ ওলাইছিল—

—ওলোৱা নাছিল বুঢ়া কিজন। দলং মুকলি কৰা চাবলৈ অহা গাঁওবাসীক নিজৰ মনৰ পোৰণি দমাই ৰাখিব নোৱাৰি বুঢ়াকিজনৰ এজনে চিঞৰি কৈ শুনাইছিল—

—যা যা তাপৰ জিমিয়ে পেলাই দিয়া মাছৰ বাকলিও খাই আহিবিগৈ যা।

যুগৰ অৱসান হলেও যেন জেদ্‌ৰ অৱসান নঘটে। মৰিব ওলোৱা বুঢ়াজনেও মৰকামেৰ এৰিব নোৱাৰা দেখি ডেকাসখাৰ ভিতৰৰে এজনে শুনা নুশুনাকৈ কৈ গুছি গ'ল।

- তোমাৰ কাৰণেও অলপ বাকলি আনিম নেকি ককা? লগৰ সমনীয়া ডেকাসকলে সেই মস্কৰাত হাঁহিৰ গিৰ্জনী তুলিলে। ধান শুকাব দিয়া বাঁহৰ চাংত ব'দলৈ থকা আঠুমুৰিয়া বুঢ়াজনে বুজি পালে যে তাৰ কথাতে লৰাখনে হাঁহিলে বুলি। সেই হাঁহিয়ে দুকুৰি বছৰ আগৰে তাপৰৰ দাৰঘাপে দি থৈ যোৱা বুঢ়াৰ বাউসীৰ কটা দাগখিনিত যে চেঙা তেলেহে মাৰিলে। —মোক হাঁহিব নালগে, জিমি বাংগোৰ মানুহক হুঁহৰাবলৈ যা মাছ আৰু বাকলি দুয়োবিধকে খাই আহিব পাৰিবি।

জিমি তাপৰ নে ইকি তাপৰ—ওৱাক থু:

ইংৰাজ শাসকে সিঁচি থৈ যোৱা ভেদ-নীতিৰ কঠিয়াবিলাক গজিব ধৰিছিল যদিও পিচলৈ কোনেও তাক তুলি নি বোকা পানী নুকৰে। তাপৰ জিমিক কুকুৰ তাপৰ বুলি কৈয়ে যেন বুঢ়াই দুকুৰি বছৰীয়া প্ৰতিশোধৰ খণটো অলপ হলেও পৰিশোধ কৰিব বিচাৰিলে।

তাপৰ জিমিৰ মুখৰ পৰা শুনা এই পুৰণি কথাবিলাক ভাবি ভাবি ৰতন কাকতিয়ে আশীহাত দীঘল ওলোমা দলংখনৰ সিটোমূৰ পালেগৈ। বাঁহৰ জখলা নামি মাটিত ভৰি দি দুখোজমান খাওঁতেই কোনোবাই ক'লে—

—আজে ইনজাক আই চাৰ।

উচাপ খাই উঠি সোঁফালে চাওঁতে দেখিলে দলঙৰ তাঁৰকিতাজ বন্ধা বুঢ়া উবিয়াম গছজোপাৰ গুৰিতে আঁউজী থিয় দি আছে আকা। চিৰ সেউজীয়া জোপোহা উবিয়ামজোপাই আগুৰি থকা ঠাইখিনি দিনতে এন্ধাৰ যেন লাগে কাৰণে ৰতনে আকাক দেখাই নাছিল। হাত দুখন পিচপিনে থৈ গছৰ গুৰিত আঁউজি থকা আকালৈ চাওঁতে ৰতনে দেখিলে তাই চাব্বিশ জানুৱাৰীৰ নিশা পিন্ধা সেই ক'লা কাপোৰযোৰকে আকৌ পিন্ধি আহিছে। মুখত তাইৰ হাঁহি আছিল যদিও সেই হাঁহিত যেন প্ৰাণ নাছিল। ৰতন কাকতি ওচৰ চাপি নোযোৱালৈকে তাই তেনেদৰেই থিয় দি থাকিল। তাইৰ উদাসীন দৃষ্টিয়ে যেন দূৰ নীলিমাত কিবা সমিধান বিচাৰি ফুৰিলে।

—বিদায় দিবলৈ আহিছা আকা? বৰ আদৰকৈ সুধিলে ৰতনে। দেখিলে তাইৰ চকুৰ পতাত ওলমি আছে দুটোপাল চকুলো। শৰতৰ কোমোৱা জোনাক নিশাত দূবৰি বনৰ আগত ওলমি থকা পুৱতীৰ দুটোপাল নিয়ৰৰ মিচিনা সেই চকুপানীয়ে ৰতন কাকতিক এক অবুজ মোহৰ বন্ধনত বান্ধি পেলালে।

—যাবৰ সময়ত তুমি কান্দিলে মই যাম কেনেদৰে আকা। এই বুলি কৈ জেপৰ পৰা ৰুমালখন উলিয়াই চকুলো দুটোপাল মচি দিবলৈ যাওঁতে দুইহাতেৰে মুখ ঢাকি আকাই কান্দি পেলালে। বুজনি দিবলৈ ৰতনে ক'লে—

—মই আকৌ উভতি আহিম নহয়..................

—উভতি আহি মোক আৰু দেখা নাপাব চাৰ।

—কিয় আকা? কিবা সংশয়ে ৰতনক অস্থিৰ কৰি তুলিলে।

—তাদামে খবৰ পঠিয়াইছে, মোক নিবলৈ মানুহ আহিব। মই নাযাওঁ। জবৰদস্তি নিব খুজিলে মই সেইখন নদীতে নাইকিয়া হৈ যাম। তাইৰ কথাত আবেগ থাকিলেও মীমাংসা আছিল।

—আকা!! ৰতনে প্ৰায় চিঞৰি উঠিল। সি জানে। তাগিন গাভৰুৰ সেই মীমাংসা বৰ কঠিন মীমাংসা। সহজে সলনি নহয়। অতীততো তেনে বহুতো ঘটনা ঘটি গৈছে, সেইখন সোৱণশিৰিৰ বুকুতে। বহুতো গাভৰুৱে সমাজৰ জাতিৰ নোৱাৰা ৰীতি-নীতিক নেওচিব গৈ

জপিয়াই দিছিল সেইখন সোৱণশিৰিৰ নীলা পানীত।

—তাদামে জবৰদস্তি কৰিলে আপুনি উভতি আহি মোক নাপায়—সেই নদীখনেহে পাব। এইবুলি কথাখিনি শেষ কৰিয়েই ৰতন কাকতিৰ উত্তৰলৈ অপেক্ষা নকৰি আকাই খপ্‌খপকৈ জখলাখন উঠি দলঙ-খনেৰে গাঁৱলৈ বুলি দৌৰি যাব ধৰিলে।

—বলিয়ালি নকৰিবা আকা…… ……এইবুলি কৈ ৰতনো জখলা-খনেৰে ওপৰলৈ উঠি গ'ল। তেতিয়া আকাই দলঙৰ মাজ পালে।

—মই আকৌ উভতি আহিম আকা…………সিদিনাৰ প্ৰতিশ্ৰুতি মই ৰাখিম………মোলৈ তুমি ৰ'বা…………সি চিঞৰি চিঞৰি ক'লে যদিও আকা নৰল। ৰতনৰ কথাবিলাকো হয়তো তাই নুশুনিলে। সোৱণশিৰিৰ সোঁ-সোঁৱনীয়ে ৰতনৰ কথাবোৰ যেন গিলি পেলালে।

\+ \+ \+ \+

৯

—ইমান জেটি পেটি ভাল নহয়। গাঁৱৰ মানুহৰ চকুকাণ নাই বুলি ভাবিছ নেকি? কথাবুলিলে বতাহ; আজি ইয়াত কাইলৈ তাত।

জুহালত বহি নতুন নাৰা এটা সাজি থকা তাকামে কথাবিলাক নিজেই নিজক কৈ থাকে। নিস্তেজ হৈ পৰা জুইকুৰাৰ বাঁহখৰিকিডাল অলপ বঢ়াই দি তাকামে পুনৰ ভোৰ-ভোৰাই উঠে।

---আনলৈ দি থোৱা নিজিৰ যেনেদৰে থকা উচিত তেনেদৰেই থাকিব লাগে। তেনে দি থোৱা নিজিৰ গাঁৱত বহুত কিজনী আছে। সিহঁতৰ কথালৈ গাঁৱৰ মানুহে জানো ফুচুৰি মেল মৰা শুনিছ? কথাকিটা আকাৰ মাকে শুনক বুলিয়েই তাকামে এইবাৰ অলপ ডাঙৰকৈয়ে ক'লে। আনটো কোঠালিত গাহৰিৰ দানা সিজাই থকা আকাৰ মাকৰ কাণত কথা-কিটাই খোচমাৰি দিয়াত মাকে বেৰৰ সিপাৰৰ পৰাই উত্তৰ দিলে—হঁচিকুল পচিৰ যাওঁতেই মই কোৱা নাছিলো জানো, নিপাক মানুহ আহিলে আমাৰ নিজিৰবিলাকৰ মনবিলাক উদভীয়া হব বুলি? ব'দ লাগিলে বৰফ গলে জানাই দেখোন।

—আন কোন ছোৱালীৰ মন উদভীয়া হৈছে? যদি তোৰ জীয়েৰৰ অকল হৈছে। কাল্লি পৰহি তাপামৰ মানুহ আহিব। সিহঁতে আহি যদি এইবিলাক কথা শুনে মই কি জবাব দিম?

আকাৰ বাপেক তাকাম জিমিৰ মন দুঃচিন্তাৰে ভৰি পৰে। তাৰ অৱস্থা ককায়েক তাপৰৰ নিচিনা সচ্ছল নহয়। তাপৰ আৰু তাকাম একেজন বাপেকৰ সন্তান হলেও মাক বেলেগ বেলেগ। সকৰে পৰা নিজ তাকামে বৰ সহজ সৰল ভাবেই জীৱনটো পাৰ কৰি আহিছে। তাৰ আকালো নাই ভঁৰালো নাই। প্ৰয়োজনীয়খিনি কৰে; অতিৰিক্ত সম্পদলৈ হাবিয়াস নকৰিলে। বিয়া কৰালে এজনী তাকো বাপেকেই কিনি দি গৈছিল। পুতেক নাই, জীয়েকহে তিনিজনী। ডাঙৰজনী উলিয়াই দিয়াৰ তিনিবছৰ পিচতে প্ৰসৱৰ সময়ত চকুৰা কাৰণে কেঁচুৱাটো চাবলৈ দ্বিতীয়জনীকো প্ৰথম জোঁৱায়েকক দিছিল। আকাই সৰু। ল'ৰা এটা পিচলৈ হৈছিল যদিও ডাঙৰ হবলৈ নাপালে; গুটি বসন্তই মাৰিলে।

পতিকে আকাকে লৈ তাদামৰ দিনবিলাক পাৰ হৈ গৈছিল। মনতে ভাবিছিল তাই ডাঙৰ হলে নিদা প্ৰথাৰ উলহ-মালহ কৰি তাইক বিয়া দিব। ককায়েক তাপৰেও আকাৰ বিয়া নিদা কৰি দিবলৈ কৈছিল। খবহু পাতিৰ কথা তাক ভাবিবলৈ মানাও কৰিছিল। কিন্তু এদিন এই সকলো কথা ওলট পালট হৈ গৈছিল, যিদিনা আকাৰ মাক টান নৰিয়াত পৰিল। দূৰ গাঁৱৰ পৰা নামি-দামী গাঁৱঁলীয়া ওজা মাতি আনিলে সেই নৰিয়াৰ দেও খেদিবলৈ। বেজে আহি দুদিন ধৰি নানান পৰীক্ষা নিৰীক্ষা চলালে বেমাৰৰ কাৰণ বিচাৰি। ডক্ষনে ডক্ষনে সিজোৰা কপীৰ বাকলি শুচাই বেমাৰৰ কাৰণ বিচাৰি চালে, তাত একো নাপালে। দহদিনীয়া কুকুৰা পোৱালীৰ গাত ঘণ্টাৰ পিচত ঘণ্টা মন্ত্ৰমাৰি কলিজাখন উলিয়াই পৰীক্ষা কৰি শেষত ক'লে মেথোন এটা কাটিলেহে দেও আঁতৰিব। ককায়েক তাপৰ তেতিয়া গাঁৱত নাছিল। ইংৰাজ চাহাব আহিব শুনি য়ানিক লৈ আঁতৰি গৈছিল হিম আবৃত কঠিন পৰিবেশলৈ। উপায়হীন তাকামে জিমি গাঁৱতে কিনিথোৱা তাদামৰ মেথোনটো ধাৰলৈ আনি দেও পূজা পাতিলে। ঘৈণীয়েকৰ গাৰ পৰা দেওবে এৰা দিলে যদিও তাদামৰ মেথোনৰ বোজাটোৱে তাকামক হলে এৰা নিদিলে। এবছৰ পিছত তাদামে ধাৰলৈ দিয়া মেথোনটো ঘূৰাই বিচাৰি জিমি গাঁও পালেহি। তাকামৰ তেতিয়া অচল অৱস্থা। হাবিকাষৰ মাকৈডৰা বনৰীয়া ভালুকে খাই সাং কৰিলে। সাতে পাঁচে মিলি তাকামে মেথোনটো সময়ত ঘূৰাব নোৱাৰাত, সম্পত্তিৰ আক্ৰোশি তাদামে মেথোনটোৰ সললি আকাকে নিয়াৰ প্ৰস্তাব আগবঢ়ালে। আকাৰ বয়স তেতিয়া ৯/১০ বছৰ মান হব। তাকামে ভাবিলে এদিন দিবই লাগিব যেতিয়া তাদামৰ নিচিনা সা-সম্পত্তি থকা মানুহ এজনকে মাকবো কৰি লোৱাতনো কি আপত্তি। তাদামৰ বয়স তেতিয়া দেৰকুৰি বছৰ, ঘৈণীয়েক পাঁচজনী। প্ৰস্তাবটো আকাৰ মাকে শুনি লেজ গেজাই উঠিলে।

—বাপেকি বয়সৰ মানুহজনলৈ বিয়া দি আকাৰ মুৰ খাব খুজিছোনেকি?

—মই অকলে দিমনে? আনেও তেনেদৰে দিয়া নাই নেকি? তাকামৰ যুক্তি দুৰ্বল আছিল কাৰণে কথাকিটাও লাহেকৈ ক'লে।

—আনৰ লগত মোৰ ছোৱালীক তুলনা নকৰিবা, আচি তাপৰক এবাৰ সুধি নোচোৱা কিয়? আকাই তেতিয়া মাকৰ ওচৰতে বহি ৰঙীন মণিৰ মালা এডাল গাঁথি আছিল। মাক-বাপেকৰ কথাবোৰ

ভাই শুনি আছিল যদিও মাতিবলৈ বয়স হোৱা নাছিল। তাইৰ ভবিষ্যত লৈ বেচা কিনা চলি থাকোতে পুতলা খেলা বয়সৰ আকাই একান্তমনে মালাধাৰি গোথাতে নিমগ্ন আছিল। মালাধাৰি গাঁথি থাকোতেই বাপেকে তাইক তাদামৰ ওচৰত দুটা মেখোনৰ বিনিময়ত বিয়া দিয়াৰ প্ৰস্তাৱ মানি ললে। ধাৰেৰে অনাটো এৰি বাকী পাঁচটা মেখোন তাকামে বেতিয়াই খুজিব তেতিয়াই দিয়াৰ বন্দবস্ত কৰি তাদাম নিজৰ গাঁৱলৈ উভতি গ'ল।

বন্দবস্তৰ বাকী পাঁচটা মেখোন এ:ক দিনাই দিবলৈ তাদামৰ কাৰণে একো সমস্যা নাছিল; কিন্তু নিজৰ গাঁৱৰ পৰা—মেখোন আনি সুৱন-শিৰি পৰা কৰোৱাটোৱেই ডাঙৰ সমস্যা আছিল কাৰণে জিমি গাঁৱৰ আশে-পাশে বিচাৰি বাকী পাঁচটা মেখোন দিওঁতে তাদামৰ আৰু ছয় সাত বছৰ লাগিল। যিদিনা মেখোন দি আদায় হৈছিল, সিদিনা আকা গাভৰু চঞ্চলা গাভৰু কথাত, হাঁহিত গাভৰু আকাৰ দেহৰ পোন ৰেখা বিলাকো একাবেঁকা হ'ল। নিলাজ বয়সক তাই লুকুৱাইও ৰাখিব নোৱাৰাত পৰে। নিজৰাৰ নিজান পাৰত গা ধুবলৈ যাওঁতে নিজলৈ চাই তাই লাজ পায়; খঙো উঠে। অস্পষ্ট মাতেৰে বিস্ময় প্ৰকাশ কৰে আয়াদো!!! (আইজু)

আঠ-ন'টা বছৰ কেনেদৰে পাৰ হৈ গৈছিল আকাই গমকে নাপালে। আনলৈ দি থোৱা নিজৰ বুলি তাইৰ মনত ইমান দিনে কোনো চিন্তাইও বাঁহ লোৱা নাছিল। সমাজৰ নিয়ম—এদিন এজনলৈ যাবই লাগিব বুলি ধৰি লৈছিল। তাদাম বুলি আদবয়সীয়া মানুহ এটাই এদিন আহি তাইক লৈ যাব সেই কথা জানিও তাই দুখ কৰা নাছিল। বহুতো ছোৱালী তেনে বয়সীয়াল মানুহলৈ আগতেও গৈছে। আনি প্ৰতিবাদ কৰাৰ মানসিকতা তাইৰ মনত গঢ় লৈ উঠা নাছিল এখন পুৰণি সমাজৰ প্ৰচলিত ৰীতি-নীতিক জীয়াই ৰখাৰ কাৰণে আকা যেন এক নিৰ্বাক উচৰ্গা হৈ পৰিছিল।

এনেবিলাক দিনতেই গঢ়ি উঠিছিল জিমি গাৱঁৰ প্ৰাইমেৰী বিদ্যা-লয়খন। চোলে-দগৰে বাইজে আদৰি আনিলে প্ৰথম মাষ্টৰ শ্ৰীৰতন কুমাৰ কাকতিক। সেই দিনটোৰ পৰাই আকাৰ জীৱনৰ কথাবোৰ যেন ওলট পালট হবলৈ আৰম্ভ কৰিলে। স্কুল পঢ়িবৰ তাইৰো মনত হেপাহ ওপজিল। ছাত্ৰ-ছাত্ৰীৰ ভিতৰত বয়সত তাইয়ে সকলোতকৈ ডাঙৰ। স্কুললৈ অহাযোৱা কৰোতে চাৰৰ কষ্ট দেখি তাইৰ বেয়া লাগিছিল। খৰি-খেৰ গোটাই দিয়াৰ উপৰি জুমাখেতিৰ পৰা বেঙেনা,

আদা-জলকীয়াও আনি দিও তাইৰ আল লগা হৈছিল। ৰতনক চাউলৰ ধান বাছি থকা দেখিলে তাইৰ গাভৰু মন উচ্ পিচ্ কৰিছিল। এদিন ৰতন কাকতিৰ হাতৰ পৰা দ'আখন টান মাৰি লৈ 'চাবন চেন্‌মা' চাব আপুনি নাজানে বুলি কৈ ধানো বাছি দিছিল। খৰি কুৰাই কুৰাই, ভাত ৰান্ধি থকা ৰতনৰ দুৰৱস্থা দেখি 'ও পাৰভ' মই জ্বলাই দিম বুলি ৰতনক ঠেলামাৰি আঁতৰাই তাইয়ে জুইকুৰা জ্বলাই দিছিল।

এনেদৰে সৰু সৰু সহানুভূতিবিলাকে থূপ খাই এদিন অনুৰাগ হৈ পৰিল। সেই অনুৰাগেই এদিন আকাৰ মানৱ সত্বাক জোকাৰি দিলে। জগাই তুলিলে এজানি গাভৰুৰ দলিত আকাংক্ষ্যাক। এজন পুৰুষৰ পত্নী হৈ জীয়াই থকাৰ উপৰি নাৰীৰো যেন আকাংক্ষ্যা থাকিব পাৰে সেই অনুভৱে আকাৰো অন্তৰত ক্ৰমান্বয়ে অঙ্কুৰ মেলিব ধৰিলে। নিজান ঠাইত নিজৰাৰ পানীত উদং গাৰে গা ধুই থাকোতে নিজলৈ চাই "আল্লা-দে" বুলি বিস্মিত হোৱা আকাই এতিয়া কৌ-পাত আনি-বলৈ যাওঁতে সুবনশিৰিৰ শিলামঞ্চ পাৰত বহি কিবা কিবি ভাবি থকা হ'ল। মাজনিশা সমূহীয়া পনুংত ৰতন কাকতিক অসমীয়াতে পনুং গোৱা শুনিলে তাই হাহিত ৰব নোৱাৰি দৌৰি গৈ নাচত ভাগ ললে। নাচোতে নাচোতে ৰতন কাকতিক ওচৰত পাবলৈ তাইৰ অকণমানি হিয়াখনলৈ যেন প্ৰথম প্ৰণয়ৰ প্লাবন নামি আহিছিল। আৰু এদিন—মনৰ পিৰিতি জনাবলৈ পুৰতি নিশা তাই ৰতন কাকতিৰ ঘৰটোলৈও গৈছিল। কিন্তু ৰতন কাকতিক জগাবলৈ মনোবল গোটাব নোৱাৰি আখওৰ চুওটো টেবুলৰ ওপৰতে থৈ বাঁহৰ দুৱাৰখন জপাই মনে মনে তাই গুছি আহিব খুজিছিল, কিন্তু বন্ধ দুৱাৰখনৰ শব্দই ৰতনক জগাই তুলিলে বুলি ভাবি লাজতে তাই দৌৰি দৌৰি গুছি আহিছিল নিজৰ ঘৰলৈ। সেইবিলাক কোনেও নজনা কথা।

তাৰ পিছত আহিছিল মীমাংসাৰ দিন। মাকে কৈছিল তাই আৰু স্কুল পঢ়িব নালাগে বুলি। বাপেকে কৈছিল, আনলৈ দিয়া ছোৱালী স্কুল পঢ়ি কি কৰিব বুলি। মাক-বাপেকৰ কথা শুনি তাই স্কুল পঢ়িবলৈ মোৱা বন্ধ কৰি দিছিল যদিও মনৰ আম এখন দুৱাৰ খুলি দি ৰতন কাকতিক মাতি আনিছিল হৃদয় মন্দিৰলৈ। প্ৰাণৰ অকৃত্ৰিম ভালপোৱাৰে সেইমন উজাৰি ৰতনক সাবটি লৈছিল আৰু ৰতন কাকতিয়েও

প্ৰতিশ্ৰুতি দিছিল আকাক জীৱন লগৰী কৰি লোৱাৰ। সেইটো আছিল হাবিৰহ জানুৱাৰীৰ পুৱতী নিশাৰ কথা।

—তাদমে যদি কয়—তোৰ ছোৱালী মোক নালাগে, দাম ঘুৰাই দে বুলি, মই তেতিয়া কৰ পৰা দাম ঘুৰাম ?

—সেইটো মই নাজানো। আনটো কোঠালীৰ পৰা উত্তৰ দিলে আকাৰ মাকে।

—তই নাজান যদি তোৰ জীয়েৰক সুধিবি……। আৰু কিবা কৰ বিচাৰিছিল তাকামে। খৰিৰ মস্ত বোজা এটা পিঠিত লৈ চাওঁলে উঠি অহা আকাক দেখি সি মনে মনে থাকিল। কিন্তু বাপেকে কোৱা কথা কিটা হলে আকাৰ কাণত নপৰাকৈ নাথাকিল। খৰিৰ মস্ত বোজাটো সম্মুখৰ কোঠালীতে নমাই থৈ তাই ভিতৰ কোঠালৈ সোমাই গ'ল। মুখৰ ঘাম হাতেৰে মচি তাই মাকৰ কাষতে বহিল। আনে আৰু আবোৰ অশান্তিৰ তায়েই একমাত্ৰ কাৰণ হৈ পৰিছে বুলি আকাই অনুভৱ কৰিলে। মাক আৰু বাপেক দুয়ো মনে মনে থকা দেখি তাই সুধিয়েই পেলালে—

—কি হৈছে আনে ?

—কি হৈছে আবোক সুধি নাচাৱ কিয় ?

মাকৰ কথাকিটা শেষ হোৱাৰ লগে লগে তাকামে জুহাল এৰি থিয় দি অলপ খঙেৰেই ক'লে,

—পৰহিলৈ তাদামৰ মানুহ আহিব তোক নিবলৈ

বাপেকৰ কথা কিটাই যেন আকাক সাপেখোটা দি খুচিলে। তাৰ পিচৰ কথা কিটাৰ বিষে যেন তাইৰ কলিজা ক'লা কৰি পেলালে।

—তাদামৰ মানুহ আহি যদি তোৰ বদনা যিবিলাক শুনে ……

—আ বো !!! খিৰক্তিৰে চিঞৰি উঠে আকাই।

—আৰু যদি সেই বদনাম শুনি সিহঁতে কেবাং মাতে

—অহঃবো আবো ( হৰ দেউতা ) তাইৰ মাত যেন থৰ্ থৰাই কঁপি উঠিল।

—সেই কেবাংত মই চোৰৰ নিচিনাকৈ থিয় দিব লাগিব নেকি ? সিহঁতে টান কথা শুনাব, মই চকু মুদি শুনি থাকিব লাগিব নেকি ? তই বদনাম কৰিবি আৰু বাইজে মোক হাঁহিব………তাকামে যেন আৰু কৰ নোৱাৰা হয়। খিঠিত বাক্সি ভাতৰ কৰা জীয়েকক সি

আক কি কৰ বিচাৰি নাপায়। এক্ষালে স্নেহ আনপিনে সমাজ এই দুই নিমিলা অঙ্কই তাক বিমূঢ় কৰি তুলিলে। আনহাতে পিতৃত্বৰ অধিকাৰক নেওচিব নোৱাৰি সমাধানৰ বাট উলিয়াই দিলে আকাই—

—সিহঁত অহাৰ আগতে মোক কাটি নৈত পেলাই দেনা আৰো তহঁতৰ অশান্তি আঁতৰিব। মনোবেদনাৰ অসহ্য তাড়ণাই আকাক কন্দুৱাই তুলিলে। ওচৰতে বহি থকা মাকৰ ভিঁঙিত ধৰি তাই হুক্ হুকাই কান্দি উঠিল, যেন মাকেই তাইৰ শেষ শান্ত্বনা। গাভৰু জীয়েকৰ অসহায় কান্দোনে মাককো কন্দুৱাই তুলিলে। মাতৃমন বিদ্ৰোহী হৈ পৰিল।

—দাম ঘূৰাই দিবা, কৈ দিবা আকা নাযায়।

—তাই ক'লেই হব নেকি? জিভাৰ গুৰিলৈকে ছটা মেথোনৰ মঙহ খাই থৈছো, ঘূৰাম ক'ৰ পৰা আকৰি। ঘৈণীয়েকৰ প্ৰস্তাৱক তাকামে যেন দলিয়াই পেলালে। তাকামৰ শেষ কথাষাৰিৰ প্ৰত্যুত্তৰত আকাই থিয় দি তাইৰো শেষ মীমাংসা শুনালে

—তাদাম নামলো ও ইনমা আৰো ও ইন্‌মা ইন্‌মা ইন্‌মা

তাদামৰ ঘৰলৈ মই নাযাওঁ বুলি তাইৰ শেষ মীমাংসা জনাই দি আকাই বাপেকৰ সমুখেৰে বাঁহ চাঙৰ মজিয়াখন কঁপাই বাহিৰলৈ দৌৰি ওলাই গ'ল। জখলাৰ খট্ খটি তিনিডালেৰে তললৈ নানামি তিনি-হাত ওখ চাঙখনৰ পৰা তাই মাটিলৈ জপিয়াই দিলে। খুদকণ খুটৰি থকা এবাহ পোৱালীৰ সৈতে চৰি থকা কুকুৰাজনী উচপ্ খাই কক্-ককাই চিঞৰি উঠিল। কিবা অঘটনৰ আশঙ্কা কৰি জখলাৰ মুখলৈ মাকো দৌৰি আহিল জীয়েকক ওভতাই নিবলৈ।

—আক, আকা, আকা।

মাকৰ আতুৰ আহ্বান শুনিও আকাই উভতি নাচালে। বাপেকৰ নিঃসহায় অৱস্থাৰ কথা বুজিও তাই থমকি নৰলে। তাদামৰ এক্সাৰ পৃথিৱীখনৰ বিভীষিকাবিলাকে তাইক যেন পিচে পিচে খেদি যাব ধৰিলে। একে উশাহে দৌৰি গৈ বাঁহৰ জখলাখনেৰে ওপৰলৈ উঠি তাই ৰবদেউতাক তাপৰৰ ঘৰ সোমাল।

এনেদৰে সদ্য প্ৰস্ফুটিত কিমান বনফুল অকালতে মৰহি গৈছিল তাৰ হিচাব কোনেনো ৰাখিছিল? অতৃপ্তিৰ বেদনাই কিমান সবল গাভৰুৰ আকাঙ্ক্ষাক যে গচকি পেলাইছিল সেই কাহিনীবিলাক কৰলৈকো

কোনেও আপত্তি অহা নাছিল। মানুহৰ কাৰণেই সমাজ, সমাজৰ কাৰণে যে মানুহৰ জন্ম হোৱা নাই সেই কথা বুজাই দিবলৈ কোনেও যেন সাহস একণ গোটাব পৰা নাছিল। জীয়াই থকাৰ কঠিন সংগ্ৰামত লিপ্ত সেই সমাজৰ কাৰণে এজনী গাভৰুৰ প্ৰশ্ন যেন তেনেই নগণ্য হৈ পৰিছিল।

আকাৰ বিদ্ৰোহী যৌৱনে সেই সমাজৰ মানুহখিনিৰ মনত প্ৰতিধ্বনিৰ খলকনি তুলিব পৰা নাছিল যদিও বৃদ্ধ তাপৰ জিমিৰ কাষতে যেন তাই বিচাৰি পাইছিল শান্ত্বনা আৰু সহানুভূতি। ষাঠিটা বছৰৰ তিনিশ ষাঠিটা ঋতুৱে লৌহ কঠিন কৰি গঢ়ি তোলা বৃদ্ধ তাপৰৰ ওচৰতেই আকাই বিচাৰি পাইছিল মানুহৰ মনৰ সংবাদ—জীয়াই থকাৰ মোহ।

—নাকান্দিবিচোন, কি হৈছে মোক ক'চোন! আপংৰ চুঙা হাতত লৈ জুহালৰ কাষত বহি অকলশৰীয়া তাপৰে তেতিয়া হয়তো ভাবি আছিল বিগত অতীতৰ কোনোবাতো দিনৰ কথা। আকাই দৌৰি গৈ বৃদ্ধ তাপৰৰ ডিঙিত ধৰি কান্দি কান্দি ক'লে—

—ও ইন্‌মা আবো তাপৰ। তাদাম নামলো ও ইন্‌মা ইন্‌মা।

—চুঙাটো জুহালৰ ঠাইৰ ওপৰতে থিয়কৰাই থৈ তাপৰে ঘূৰি লৈ আকাক শুধিলে—

—আহঃ! কি কথা কচোন আগতে!

—তাদামৰ মানুহ পৰহি আহিব মোক লৈ যাবৰ কাৰণে। মই হলে নাযাওঁ।

—অ ইমান কথা। তাৰ কাৰণে কান্দিব লাগে নেকি? তাপৰে হাঁহি দি আকাৰ মন পাতলাব বিচাৰে।

—আবোৱে মোক জোৰ জবৰদস্তি তাদামৰ মানুহক গতাই দিব বুলি কৈছে। জোৰ কৰি পঠাই দিলে সৌখন নৈতে মোৰ যোৱা শেষ হব কৈ দিলো। আকাই যেন নিজৰ মিমাংসাতে অচল অটল হৈ থাকে।

—ধেৎ পাগলি, যাবৰ মন নাই যদি নাযাবি। কেৰাওত মই থাকু জোৰ হৈ থাকিম। যা এতিয়া ভিতৰলৈ।

তাপৰৰ সেই দুটিমান কথাতেই আকাই যেন আকাশখন হাতেৰে চুব পৰা হ'ল। হেৰাই যাব ওলোৱা মনোমোহা পৃথিৱীখন তাই যেন আকৌ বিচাৰি পালে। কাটি পেলোৱা দেউকা দুখনত যেন নতুন পাখি গজিল। মন-টোৱে উৰি যাব খুজিলে দূৰ দূৰণিৰ ভেলামলৈ, মতন কাকতিৰ কামলৈ।

আকা উঠি ভিতৰলৈ যোৱাৰ অলপ পিচতে আপংৰ চুঙাটো পুনৰ হাতত তুলি লৈ জ্বলি থকা জুইকুৰাৰ পিনে থৰ লাগি চাই থাকিল তাপৰে। কিবা ভাবি চুঙাটোৰ পৰা অলপ আপং লাহেকৈ ঢালি দিলে জুইকুৰাৰ শুকান ছাইখিনিৰ ওপৰত। শুকান কলা ছাইখিনিৰ ওপৰেৰে কনি ধানৰ ৰঙা আপংখিনি লাহে লাহে বাগৰি গৈ বাঁহ চাংখনৰ মাজেৰে টোপ্ টোপকৈ সৰি পৰিল তিনিহাত তলৰ মাটিৰ ওপৰত। বৈ যোৱা আপংখিনিৰ পিনে ভাবহীন ভাবে কিছুসময় চাই থাকি তাপৰে চুঙাটো মুখৰ ওচৰত আকৌ তুলি ধৰিলে। আপংখিনি কিয় ঢালি দিছিল তাৰ কোনো ব্যাখ্যা ভাবহীন তাপৰৰ মুখত ফুটি নোলাল। জ্বলি থকা জুইকুৰাৰ পৰা উৰি অহা অদৃশ্য ছাইৰ গুড়িবোৰ চুঙাটোত পৰা বুলি হয়তো এচলু আপং ঢালি দিছিল। নতুবা কোনো বিদেহী আত্মাৰ স্মৰণত আপংখিনি ঢালি দি মনতে পুহি ৰখা বহুদিনীয়া অনুতাপ-খিনি অলপ হলেও পাতলাব বিচাৰিছিল বৃদ্ধ তাপৰে। মনটোৱে হয়তো তাক সকিয়াই দিছিল—

—নহয় তাপৰ, আকাকো তেনেদৰে মৰিবলৈ এৰি নিদিবি। সমাজৰ ৰীতি-নীতিক ভাঙিব নোৱাৰিলেও গাভৰুৰ মনৰ কামনা বাসনাখিনিক গচকি পেলাব নিদিবি। তোৰ জীৱনত পাবলৈ আৰু একো নাই—দিবলৈ বহুত আছে তাপৰ।

দীঘলকৈ এঢোক আপং গিলি থবলৈ লওঁতে তাকাম চাঙলৈ উঠি অহা তাপৰে দেখা পালে। তাপৰৰ কাষতে জুহালত বহিবলৈ কোনো ভূমিকা নকৰি ডায়েকে কৈ উঠিল।

—মই কি কৰিম আচি তাপৰ; তাদামৰ মানুহক মই কেনেদৰে বুজাম?

তাপৰে একো উত্তৰ নিদিলে।

—আকাই তোমাৰ কথা শুনিব। তুমি এবাৰ বুজাই কোৱা।

তথাপি তাপৰ নিৰুত্তৰ।

---তাদামৰ তালৈ নাযায় যদি তাদামৰ ডায়েক বা ভাণ্ডৰ পুতেকলৈকে যাওক।

মেথোন জোৱাৰ ঋণ পৰিশোধ কৰিবলৈ তাকামে সমাজৰ প্ৰচলিত বিকল্প উপায়টোলৈ আঙুলিয়াই দেখুৱালে।

—দাম দিয়া জোৱাজী মেজিয়া এদিনটো সিহঁতৰ ঘৰলৈ যাবই লাগিব।

নিরুত্তৰ তাপৰৰ মুখলৈ চাই তাকামে কোনো আশাসুলভ সহাৰি নাপালে। এইবাৰ তাৰ সৰল মনটো বিৰক্তিৰে উপচি পৰিল। সি আকৌ ক'লে।

—ইমান জেটি পেটি কৰাতো ভাল নহয় বুলি তাইৰ মাকক আগতেই সকিয়াই দিছিলো। ফুল যোৱা বন্ধকৰাত তালেই পাইছিলো, কিন্তু তিতাৰ তিতাৰি যে ইমান দ'লৈকে শিপাইছিল সেই কথা মাষ্টৰ বাবৰ দিনাহে ওলাই পৰিল।

—কেনেদৰে ?

ইমান সময় তাকামৰ একপক্ষীয় কথাবিলাক শুনি থকা তাপৰে এইবাৰ মুখ খুলাই প্ৰশ্ন কৰিলে।

—যোৱা কালি মাষ্টৰ বাবৰ সময়ত দলঙৰ সিপাৰে তাই বৈ আছিল। সেইবোৰ কথা আজি গাঁৱৰ মানুহৰ মুখ মুখে বাগৰি ফুৰিছে। এদিন ৰাতিবোলে তাই মাষ্টৰৰ ঘৰলৈকো গৈছিল, সেইবিলাক কথা এতিয়াহে ওলাব ধৰিছে...। ভায়েকৰ কথা শেষ হবলৈ নাপাওঁতেই ককায়েকে সুধিলে ..

—কোনে উলিয়াইছে এইবিলাক কথা ? তাপৰে অলপ বিৰক্ত হৈয়ে প্ৰশ্ন কৰিলে।

—উলিয়াব নালাগে নহয়—দেখা মানুহেই কৈ ফুৰিছে।

—তাতেনো কি জগৰতো লাগিল, তাকাম ?

তাপৰে যেন আকাশৰ সপক্ষে মাতিবলৈ আৰম্ভ কৰিলে।

—জগৰনো কি লাগিব আৰু তাপৰ। তাদামৰ মানুহে যদি এই মুখ বাগৰা কথাবিলাক শুনে তেনেহলে মই কি উত্তৰ দিম ?

—উত্তৰ তই দিব নালাগে, উত্তৰ মই দিম। হবনে ?

ভায়েকৰ প্ৰশ্নৰ পোনপতীয়া উত্তৰ দি তাপৰে আপণৰ দুগাটো আকৌ হাতত তুলি ললে। সমাজৰ কোটিকলীয়া নীতিক অকলে ভাঙিব নোৱাৰিব বুলি জানিও বৃদ্ধ তাপৰ জিমিয়ে নিজৰ মীমাংসাক সলনি নকৰিলে।

—সিহঁতে যদি কেবাং মাতে ? তাকামে যেন সিমান আশ্বস্ত হব নোৱাৰিলে।

—কেবাঙত যদি এই কথা ওলায় তাৰ উত্তৰ মই দিম তাকাম, তই চিন্তা কৰিব নালাগে। আকা মোৰ ইয়াতে কেইদিনমান থাকক।

এনেতে স্বামিয়ে আপংৰ চুঙা এটা আনি তাকামৰ হাতত তুলি দিলে।
তাপৰে অলপ বৈ আকৌ ক'লে তাদামৰ তালৈ যদি নাযায় জৰবদস্তি নকৰিবি তাকাম। তাইৰ কথাৰ ধৰণ কৰণবিলাক হ'লে মই ভাল দেখা নাই দেই।

সন্ধিয়া লাগিবোৰাত স্বামিয়ে এসোপা সিজাই দিয়া শুকান মেথোনৰ মঙহ এখন কৌপাতত আনি দুয়ো ককাই-ভায়েকৰ মাজত দি থৈ গ'ল। বিৰামহীন ভাবে জ্বলি থকা জুইকুৰাৰ ওপৰলৈ উঠি যাবধৰা বঙা শিখাবিলাকলৈ চাই চাই তাকামে হয়তো ভাবে পৰিছিল যা কি অঘটনটো ঘটে। সিজোৱা শুকান মেথোনৰ মঙহভোখৰ চোব ই চোবাই হয়তো ভাবে—কিয় লৈছিলো মই তাদ'মৰ মেথোন, আৰু কিয়না খ'ই-ছিলো তাৰ মঙহ।

× × ×

ভায়েকৰ মোৰাৰ পিচতে জ্বলি থকা জুইকুৰাৰে কাষতে চাঙৰ ওপৰত বেতৰ তেলকলিয়া চাবিখন পাৰি তাপৰ শুই পৰিল। চিৎ হৈ উদ্দেশ্যহীন ভাবে সমুখৰ বেৰখনলৈ চাওঁতে সুগন্ধি পছৰ শিংটোত ওলোমাই থোৱা তাৰ পুৰণি দীঘল ধেনুখনত চকু পৰে। কাঁড় ভৰা দীঘল বাঁহৰ চুঙাটোৰ সৈতে পুৰণি ধেনুখনে বহুতো পাহৰি যোৱা কথা তাৰ মনত পেলাই দিয়ে। সেইখন ধেনু ডেকাকালৰ নিচিনাকৈ আজি আৰু সি টানিব নোৱাৰা হ'ল। সোঁহাতৰ তলুৱাত বেতৰ বিংটো পিন্ধি লৈ সেইখন ধেনুৰ গুণডাল যেতিয়া সি টানিছিল তেতিয়া আধা-মোণ ওজন বৈ নিবপৰা ভাব মাৰিৰ নিচিনা ধেনুখনত সৃষ্টি হৈছিল প্ৰচণ্ড শক্তি। আঙুলীৰ টিপেৰে ধৰি ৰখা কাঁড়পাত যেতিয়া সি এৰি দিছিল তেতিয়া নিশ্চিত মৃত্যু হৈ কাঁড় পাত উৰি গৈছিল কোনোবা লক্ষ্যবস্তুৰ কেন্দ্ৰ বিন্দুলৈ। তাৰ মনত পৰে গাৱঁৰ পূবদিশৰ গছ-জোপাৰ ডাল মেৰিয়াই শুইথকা বিয়াগোম অজগৰডালৰ কথা। গাহৰী পোৱালী এটা গোটে গোটে গিলি ত্ৰিশহাতমান ওখত শুই থকা অজগৰ-ডালৰ মুৰটোৰ একাংশহে তাৰ চকুত পৰিছিল। এক পাত কাঁড়েৰে সি গাঁথি পেলাইছিল অজগৰৰ মুৰটো।

কোনোবা দিনৰ সেই কাহিনীটোৰ লগতে তাৰ মনত পৰিল আৰু এটা ঘটনা। কিবা কথাত খং কৰি ধেনুখন লৈ ঘৰৰ পৰা ওলাই যাব ধৰোতে স্বামিয়ে আহি ধেনুখন কাঢ়ি নিব খুজিছিল। তাপৰে

ধেনুখন এৰি নিদিয়াত মানিয়ে নিজৰ তিতিত ওলোমাই থোৱা সৰু কটাৰীখন খাপৰ পৰা উলিয়াই ধেনুৰ গুণডাল সোঁমাজতে কাটি দিছিল। পুখ চিঙি থোৱা ধেনুখনে নিজৰ শক্তি হেৰুৱাই পেলোৱাৰ নিচিনাকৈ তাপবেও হেৰুৱাই পেলাইছিল নিজৰ খং। ঘৰৰ ভিতৰলৈ উভতি আহি জুহালত বহি জোৰ ভোৰাই থকা তাপৰৰ হাতত মানিয়ে তুলি দিছিল এচুঙা কুহমিয়া আপং। জ্বলি থকা জুই একুৰাত যেন মানিয়ে এচুঙা পানীহে ঢালি দিছিল। চুঙাটো হাতত দি মানিয়ে কৈছিল।

—খং কৰিয়েই জীৱনটো কটাই দিবা নেকি? তোমাৰ খংটোৱেই হৈছে সকলো অশান্তিৰ মূল।

মানিৰ কথাত তাপৰে মতা নাছিল। তেতিয়া মানিক অনা পাঁচ বছৰ পাৰ হৈ গৈছিল যদিও ল'ৰা-ছোৱালীৰ মুখ নেদেখাত তাপৰে ধৰি লৈছিল মানিয়ে আৰু কেতিয়াও মাক নহব বুলি। তাৰবাবে সি কেতিয়াও অনুতাপ কৰাও নাছিল আৰু মানিৰ মনতো সেই অনুভৱ আহিবৰ সুযোগ কেতিয়াও দিয়া নাছিল—মানিয়েই যেন তাৰ জীৱন হৈ পৰিছিল।

জ্বলিথকা জুইকুৰা বাঁহখৰি এডালেৰে খুচৰি থকা দেখি মানিয়ে কৈছিল—মিগলু মিগমৰ ওচৰত গৈ এবাৰ দেখা দিলেই চোন লেঠা মৰে।

—বাৰে বাৰে একেটা কথাকৈ নাথাকিবি বুলি কৈছো নহয়। সৌখন নৈ শুকাই গলেও মিগলুৰ ওচৰত নৈ তাপৰে থিয় নিদিয়ে মানি।

সোৱনশিৰিখনলৈ আঙুলীটোৱাই তাপৰে কোৱা কথা কিটা শুনি মানি সোমাই গৈছিল ভিতৰ কোঠালৈ। সেইবিলাক বহুত পুৰণি কথা। তথাপি শুই থকা তাপৰে ভাবে যে তাৰ ধেনুৰ গুণডাল কাটি পেলাব পাৰিছিল একমাত্ৰ মানিয়েই। তাৰ কথাৰ ওপৰত কথা কোৱাৰ সাহস আছিল মানিৰেই। ইংৰাজ চাহাব গাঁৱলৈ অহাৰ বাতৰি পাই পৰ্বতৰ টিঙলৈ গুছি যাব ওলালে ঘৰৰ জখলা মুখত বাট আগচি ধৰি মানিয়েই কৈছিল।

—কলৈ যাব ওলাইছে অকলে অকলে? অকল ধন দিয়েই কিনি আনিছিলা নেকি মোক? মন দি কিনি অনা নাছিলা নেকি?

তাপৰৰ লগতে মানি গাভৰুও গুছি গৈছিল ওখ পৰ্ব্বতৰ টিঙলৈ। যেতিয়া উভতি আহিছিল তেতিয়া সুয়োৰে গা চিৰলা চিৰিলাকৈ ফাটি

লৈছিল প্ৰচণ্ড ঠাণ্ডাত। খাদ্যহীনতাই বস্ত্ৰহীন কৰি পেলাইছিল দুৰ্যোৰে তেজাল শৰীৰ। ধেনুখনলৈ চাই তাপৰৰ বিলিকি বিলিকি মনত পৰিল এৰি অহা সেই দিনবিলাকলৈ।

ধেনুখনৰ কাষতে ওলমি থকা দীঘল দাখনলৈ চকু পৰাত তাৰ মনৰ চিন্তাৰ আউল লাগিল। দীঘল নেজেৰে বান্দৰৰ চলে মেৰিওৱা খাপটোত সুমাই থোৱা দাখন প্ৰায় কুৰিটা বছৰ ধৰি তেনেদৰেই ওলমি আছে। আগৰ নিচিনাকৈ দাখন এতিয়া আৰু তাৰ দিন নিশাৰ লগৰী নহয়। ইফালে সিফালে থলে কেতিয়াবা কান্ধত ওলোমাই নিয়ে যদিও সেয়া মাত্ৰ এটা চখ্—এটা এৰাব নোৱাৰা অভ্যাস।

সেইখন লৈ কেতিয়াবা ইখন সিখন গাৱঁলৈ অহাযোৱা কৰোঁতে, নৈ পাৰ হব লগা হলে পানী যুৰঁলীতে বহি দাখনত ধাৰ দিয়ে। বালিৰে ঘঁহি চিক্‌চিকিয়া কৰি আঙুলীৰ নথ কৰি ধাৰ পৰখ কৰে। সোণ, ৰূপ, তাম, কঁাহ আদি সাতোটা ধাতুৰ বহণ চৰোৱা নালটো ঘঁহি মাজি উজ্জ্বল কৰি দাখন পুনৰ সুমুৱাই থয় খাপটোৰ ভিতৰত। সিও এটা এৰাব নোৱাৰা অভ্যাস। প্ৰয়োজন নাই তথাপি পৰম্পৰা জীয়াই থাকে। মানুহ প্ৰয়োজনৰ দাস হলেও নিষ্প্ৰয়োজন পৰম্পৰাক যেন এৰিব নুখুজে। পৰম্পৰাই যেন সেই সমাজৰ সংস্কৃতি।

দাখন দেওলগা বুলি তাপৰৰ বংশত এটা অপবাদ চলি আহিছে। দাখন সি লোৱাৰ আগতে বহুকছৰ ধৰি সেইখন সিহঁতৰ ধান ভঁৰালত পৰি আছিল। তাপৰ জিমিৰ কোনোবা উপৰি পুৰুষে তিৰ্বত অঞ্চলৰ পৰা 'না' বংশৰ ছোৱালী আনোতে সেই দাখন উপহাৰ হিচাপে পাইছিল। কেইবা পুৰুষো ধৰি সেইখন দাআন সম্পদৰ লগতে ধান ভঁৰালত পৰি আছিল। তাপৰৰ বাপেকে এদিন দা উলিয়াই আমি ধাৰ দি চাবলৈ লওতে তাপৰৰ মাকে উজুতি খাই ভৰিৰ দুটা আঙুলী হেৰুৱাইছিল। দেও লগা দা বুলি তাপৰৰ বাপেকে দাখন নি আকৌ ধান ভৰাঁলত পেলাই থৈছিল। এনেদৰে পৰি আছিল কুৰিটা বছৰ। য়ানিক আমিবলৈ শহুৰেকৰ ঘৰলৈ প্ৰথমবাৰ যাওঁতে তাপৰে সেইখন দেওলগা দা-কে কান্ধত ওলোমাই লওতে মাক-বাপেকে কৈছিল—সেইখন দেওলগা দা, নিব নালাগে। তাপৰে মাক-বাপেকৰ হুকাবাধালৈ কাণ দিয়া নাছিল। দেওলগা হওকে বা নহওকে সেইখন দা কান্ধত ওলোমাই ললে তাপৰৰ সাহটো যেন হাতৰ মুঠিত খুপ খাই পৰিছিল। এবাৰ শিলনীত বাহজোৱা

ৰনৰীয়া মৌ পাৰিবলৈ যাওঁতে বাটতে ভালুক এটাৰ সতে ভেটাভেটি হ'ল। পলাই আহিবলৈ সময় আৰু সুযোগ থকা স্বত্বেও তাপসে পলাই নাহি দীঘল দাখন উলিয়াই লৈ দুহাতেৰে ধৰি ফেঁপেৰি পাতিলে। মত্ত ভালুকটোৱে তাপসৰ ওচৰ পাই পিচত্তৰিত ভৰদি থিয় দিওঁতেই তাপসে ভালুকটোৰ কান্ধলাই পূৰ্ণহতীয়া ঘাপ এটা মাৰিলে। একেঘাপেই দা-খনে ভালুকটোৰ ঘগা বুকুখনলৈকে কাটি পেলাইছিল, সেই কথা তাপসৰ মনত পৰিল। হাতোৰা চাৰিখন আৰু কলিজাখন উলিয়াই সি ঘৰলৈ উভতি আহিছিল। কলিজাখন মাক-বাপেকহঁতক খাবলৈ দি হাতোৰা চাৰিখন অকলে অকলে পুৰিখোৱাৰ পিচতহে তাৰ খং নাইকিয়া হৈছিল। য়ানিয়ে খং কৰি কৈছিল।

—দেওলগা দা-খন লগত লৈ নুফুৰিলে নহয় নেকি ?

—অ' নহয়। দেওলগা হওকে বা নহওক সেইখন 'শিলকটা তানিয়াৰ' বংশ সম্পদ। মই সেই "শিলকটা তানিয়াৰে" বংশধৰ,—দা-খন মই এৰিম কিয় ?

য়ানিয়ে একো উত্তৰ দিয়া নাছিল। য়ানিয়েও জানে তাপসৰ ঘৰক "শিলকটা তানিয়াৰ" ঘৰ বুলি কয়। এই কথা তাই বিয়াৰ আগতেই শুনিছিল। তাপসৰ কোনোবা 'তানিয়া' নামৰ উপৰি পুৰুষে কি জেদত এৰে ঘাপে শিল এটা দুফাল কৰি এক বিৰাট অঞ্চলৰ মালিকী স্বত্ব পাইছিল। সেই অঞ্চলতে আছিল কন্তৰি পহৰ চৰণীয়া ঠাই। ক্ৰমে ক্ৰমে চৰিছিল "বাৰলুং" নামৰ বৰুকত থকা বনৰীয়া ভেৰাৰ পাল। সেই অঞ্চলৰ থিয় 'শিলনীবিলা'ত "ৰৰমৌৱে" শ শ বাহ বান্ধিছিল। গাঁৱৰ মানুহে বাইদাংনেতৰ দীঘল জখলা ওলোমাই দি সেই জখলাতে ওলমি মোণে মোণে মৌ পাৰে, সেই ৰীতি আজিও আছে। এতিয়াও বছৰে বছৰে গাঁৱৰ মানুহে দলবান্ধি দুইতিনি দিনৰ দূৰত্ব গৈ সেই মৌ সংগ্ৰহ কৰে। আনিৰ পৰা জুলীয়াখিনি দীঘল দীঘল বাঁহৰ চুঙাত ভৰাই আনে। আনিৰ মোৱাবাখিনি ডাঙৰ ডাঙৰ এলুমিনিয়ামৰ বাচনত সিজাই লদা কৰি আনে। য়ানিও গৈছে কেইবা বাৰো। শিলকটা তানিয়াৰ সেই সম্পত্তি আজি আৰু একেটা বংশৰ অধিকাৰত নাই। সমগ্ৰ জিমি বাংগোৰ সম্পত্তি হ'ল। শিলকটা তানিয়াৰ বংশ বহুত বিয়পিল। কেইবাখনো সৰুবৰ গাওঁ হ'ল। অৱশ্যে মূলঘৰৰ তেজ কেৱল তাপৰ জিম্মিৰ গাতহে আছে বুলি স্থানীয় লোকসকলৰ পৰাই বুজিব

পাৰি। সেই শিলকটা তানিয়াৰ বংশধৰ তাপৰ জিমিক জাৰ্কেয়ে জানে কাৰণে য়ানিয়ে একো উত্তৰ নিদিলে, মনে মনে শুনি থাকিল।

—মই যিদিনা মৰিম সিদিনা তানিয়াৰ বংশও লোপ পাব। সিদিনা মোৰ লগতে দাখনো একে গাঁততে পুতি থবি। নমবাৰ্টেকে কিন্তু দাখনৰ মোক এষাৰ কথা নকবি।

তাপৰৰ কথা শুনি য়ানিয়ে হয়তো ভাবিলে যে শিলজুইত দিলে ফাটে, পানীত পেলালে বুৰে। কিন্তু শিলকটা তানিয়াৰ শেষ বংশধৰ তাপৰ জিমি যেন শিলতকৈও টান।

পুৰণি কথাবিলাক মনলৈ আহি আহি গুছি যাব ধৰোতে তাপৰৰ চকুলৈ তন্দ্ৰাৰ ভাব নামি আহিব ধৰিছিল। দাখনৰ কাষতে ভিগত ওলোমাই থকা চৰকাৰে দিয়া ৰঙা কোটচোলাটোৰ ওপৰত চকু পৰাত তাপৰৰ তন্দ্ৰা আঁতৰি গ'ল। অতীত আৰু বৰ্তমানৰ সাক্ষী বহন কৰি সেই বস্তু কেইপদৰ ওপৰেৰে চকু ফুৰাই আনোতে তাপৰৰ দৃষ্টি আহি নতুন ৰঙা কোটচোলাটোত থমকি ৰৈ পৰে। অঘৰী যুগৰ পৰা সময়বিলাক বাগৰি আহি আহি নতুন চৰকাৰে দিয়া কোটচোলাটোৰ যেন শিলকটা তানিয়াৰ বংশ আহি শেষ জিৰণি লব বিচাৰে। বিশৃঙ্খল যুগৰ অশান্ত সময়বোৰ যেন সুস্থিৰ এক সমাজ ব্যৱস্থাত আহি সোমায় পৰে। জীয়াই থকাৰ নিৰ্মম যুগটোৰ সংগ্ৰাম ক্লান্ত জীৱন-বিলাকক সুন্দৰ আৰু মধুময় কৰি গঢ়িতোলাৰ যেন আহ্বান তাপৰে শুনিবলৈ পায়। জুলি থকা জুইকুৰাৰ লেলিহান শিখাবোৰ ৰঙাকোট চোলাটোত ওলমি থকা চিকমিকিয়া ৰূপৰ মেডেলটোত প্ৰতিফলিত হোৱা তাপৰে দেখিবলৈ পায়। তাপৰে হয়তো ভাবে যে সিহঁতৰদিন বিলাক যি আছিল সেইবোৰ এতিয়া অতীত হ'ল। ইংৰাজ চাহাব গুচি যোৱাৰ পিচত ধনুকাঁড়, দা যাঠিকো এৰিলো। এতিয়া পুৰণি ৰীতি-নীতি কিছু এৰিব নোৱাৰিলে আমি অশান্তিত হৈয়ে থাকিব লাগিব বুলি হয়তো তাপৰে ভাবিলে। মাণ্টৰ উভতি আহিলে কিবা এটা ক্ষয়চলা কৰি পেলাব বুলি তাপৰে মন বাজি পেলালে। সেয়া দিঠকৰ অনুভৱ আছিলনে তন্দ্ৰাচন্ন মনৰ খেলিমেলি আছিল বুজিব নোৱাৰি। এটা মুহূৰ্তত তাৰ চকুমুদ খালে আৰু সি শুই পৰিল।

বৃদ্ধ তাপৰ জিমি শুই পৰে—শুই পৰে দুকুৰি বছৰ ধৰি ইংৰাজ শাসনৰ বশ্যতা স্বীকাৰ নকৰা এক চিৰবিদ্ৰোহী তানিন। শুই পৰে যেন

এটা যুগ —শুই পৰে এখন বঞ্চিত সমাজৰ এজন মুক্তিকামী মানুহ।

অলপ পিচতেই বৃদ্ধা মানি আহি শুই পৰা তাপৰৰ গাত ধোঁৱা লগা পুৰণি এড়িয়া চাদৰখন আলফুলকৈ জাপি দিলে। মানিৰ মৰম-যোৰ যেন কোনোবা তাহানিৰ নিচিনা চিকুণ হৈয়ে থাকে। বয়সৰ আচোঁৰ গালে মুখে পৰে যদিও পনুং গোৱা গাভৰু কালৰ মৰমযোৰ বৃদ্ধা মানিৰ দেহৰ কোঁহে কোঁহে ৰক্ত কণিকাৰ সতে মিহলি হৈ থাকি যায়। জুইকুৰা উজলাই দি তাইও শুই পৰে জুহালৰ কাষতে— তাপৰৰ পৰা কিছু আঁতৰত। দপমগীয়া, যৌৱনষ্টো থকা হলে একেখন এড়িয়া চাদৰৰ তলতে তাপৰক সাৱতি লৈ তাইও শুই পৰিল-হেঁতেন। জুইকুৰা নুমাই যাব ধৰিলে ধৰি কিভাল আওৰাই দিবলৈকো তাপৰে হয়তো তাইক উঠি যাব নিদিলেহেঁতেন।

যৌৱন কালৰ সেই ঋণ কড়িয়ে কড়িয়ে পৰিশোধ কৰিবলৈ বৃদ্ধা মানিয়ে টোপনিৰ মাজে মাজে সাৰ পাই উঠি জুইকুৰা জ্বলাই ৰাখিলে। বাহিৰত তেতিয়া মাজনিশাৰ পাতল তুষাৰপাত আৰম্ভ হৈছিল। বৰফৰ সীমাৰেখা ওখ পৰ্বতৰ টিঙৰ পৰা লাহে লাহে তললৈ নামি আহি জিমি গাঁৱৰ ওচৰ পাইছিলহি। শীতক্লিষ্ট গাঁওখন লাহে লাহে নিসাৰ হৈ পৰিছিল। সদা সন্তম তিব্বতীয় মেষ্টিফ কুকুৰবিলাকৰ মাতো ক্রমে কমি আহিছিল, কুণ্ডলি পকাই সিহঁতো শুই পৰিছিল জুহালবিলাকৰ কাষে কাষে।

# ১০

আৰু দুয় কি: মিঃ পথ অতিক্ৰম কৰিব পাৰিলেই মটৰ আলিটো পাব বুলি জানি তিনিদিনৰ পথ শ্ৰম ৰতনে পাহৰি পেলালে। বাৰ-বজাৰ বুধবৰীয়া বাচখন ধৰিব পাৰিলেই খোঙ্গকচুাৰ অন্ত পৰিব বুলি তাৰ মন আনন্দৰে উপচি পৰিল। তিনিহাত বহল চৰকাৰে সাজি দিয়া পদ পথটোৰ থিয় অংশবিলাক সি বেগেৰে উঠি যাব ধৰে আৰু তললৈ নামি যোৱা অংশখিনিত সি দৌৰি দৌৰিয়েই নামি যাব ধৰিলে। ভৰিত পিন্ধিলোৱা বাটা কোম্পনীৰ জাংগোল বুটযোৰ কেৰা ঠাইতো ফাটি যোৱাত সি ঘৰতে বেজাৰে তাপলি মাৰি লৈছিল। তাপলি বিলা-কেৰে চীনা জোক সোমায় কাৰণে মোজাযোৰত মান-চাদাৰ পানী চতিয়াই লৈও জোক্‌ৰ হাত সাৰিব নোৱাৰিলে। ভাবিলে এযোৰ নতুন লৈ এই-যোৰ পেলাই দিব। যাওঁতে যাওঁতে পিচ পিনে এৰি অহা জিমি পাৰ্বৰ দূৰত্ব যিমানে বাঢ়ে সিমানেই মৰমৰ ভেন্নামখন যেন ওচৰ চাপি আহিব ধৰে। আকাৰ সংস্পৰ্শৰ পৰা যিমান আঁতৰি আহিব ধৰে, মাক বাপেক আৰু ভনীয়েক ৰেৱতীৰ কথাবিলাক যেন সিমান সঘনাই মনত পৰিবলৈ আৰম্ভ কৰে। যোৱা নিশা চৰকাৰী জিৰণি ঘৰটোত ৰাতি শোওঁতে সপোনত সি ভনীয়েকৰ বিয়াৰ সপোন দেখিছিল। ভনীয়েকক সিয়েই দাতি নি ৰভাতলিত বহুৱাইছিল। ভনীয়েকে তাৰ হাতত ধৰি ধৰি কান্দোতে সিও কান্দি পেলাইছিল। সিমানতে তাৰ টোপনি ভাগি যোৱাত বুকুৰ ছিপ-ছিপনি তেতিয়াও তাৰ মৰা নাছিল।

টোপনি ভাগি যোৱাৰ পিচত ওচৰৰে কোনোবাখন গাৱঁত কুকুৰাই ডাক দিয়া শুনি ৰতনে আৰু নুশুলে। ৰাতি পুৱাবৰ হ'ল জানি আৰু বাচ অহাৰ সময়ৰ আগতে মটৰ আলিটো পাবলৈ বুলি সি লগত অহা লৰাকিটাকো জগাই দিলে। চাহ একাপ খাই পোহৰে ফাটমেলাৰ লগে লগে সি জিৰণি ঘৰটো এৰিলে।

কুকুৰাই ডাক দিয়া এক কিঃ মি: দূৰৰ গাওঁখনেই যে তাদামৰ গাওঁ আছিল সেই কথা ৰতনে জনা নাছিল। কোনেও তাক কোৱাও নাছিল। যিটো নিশা সি জিৰণি ঘৰটোত শুই আছিল সেই নিশাতেই একঃ কি: মিঃ নিলগৰ গাওঁখনত তাদামৰ ঘৰত চলিছিল, তুমুল তৰ্ক

বিতর্ক। পাহৰি কাটি অওহি বওহীক মাতি তাদামে ভাত খুৱাইছিল। উপলক্ষ্যটো আছিল তাকাক অনাৰ ব্যৱস্থা কৰা।

—চি নিমে ও বেপেন। নক্ কে জিঙ্জে লাগিছো। ও আপাক মাৰে।

সেই মাইকী মই কিনিছো। মোক লাগিবই মই নেবো। এই বুলি চুহালৰ কাষত পহি থকা তাদামে বাঁহ চাংখনত পাৰ বলেৰে চাপৰ এটা মাৰিলে। অওহি বওহি কিজামে চাপৰটো সিহঁতৰ গাতে পৰা যেন ভাবিলে। নিজৰ নিজৰ জু-হালত ভাত মঙহ সিজাই থকা তাদামৰ ঘৈণীয়েক পাঁচজনীৰ কাণতো কথাকিটা নপৰাকৈ নাথাকিল। সতিনী আহিব বুলি সিহঁত কেইজনীৰ কোনো আক্ষেপ নাছিল। বৰঞ্চ তাদামৰ চৰ, কিল আৰু থিয় গোৰবিলাক ভগাই লবলৈ আৰু এজনী অংশীদাৰ পোৱাত সিহঁতে পেটে পেটে ভালেই পাইছিল।

—তহঁতৰ লগতে পঠাৰ লাগে বুলি কৈ দিবি। গজি উঠে তাদামে।

—যদি পঠাব নোৱাৰে বুলি কয় তেনেহলে কি কৰিম আচি তাদাম? ভায়েকে সুধিলে।

তাদামৰ প্ৰথমজনী ঘৈণীয়েকে কথা-বতৰাবোৰ বেৰৰ সিপাৰৰ পৰাই শুনি আছিল। কুৰি বছৰ তাদামৰ সেৱাৰি খাটি খাটি তাই নাৰীৰ মাতৃ সুলভ অনুভূতিসমূহক যেন হেৰুৱাই পেলাইছিল। অঘৰী সমাজৰ গতিচক্ৰটোৰ তাইও যেন এডাল খ'লা কাঠি হৈ পৰিছিল। তাদামৰ কঠিন শাসনৰ হেঁচাত পঙ্গু হৈ পৰা প্ৰথম ঘৈণীয়েকে তাদামৰ হৈয়ে মাতিলে—

—ইমানকিজন মানুহ খাবি, দাতি লৈ আহিব নোৱাৰিবি জানো?

—আগম ৰামা; আচগে ভুংলাক্। কথা নকৰি মনে মনে বহি থাক, বুলি তাদামে ঘৈণীয়েকক ধমক্ দি উঠিল। কিন্তু ঘৈণীয়েকৰ অসমাপ্ত কথাখিনি সি নিজেই কৈ শেষ কৰিলে।

—মেখোন দিয়া পাঁচ ছয় বছৰ হৈ গ'ল। ইমান দিন তাই মাক বাপেকৰ খেতি কৰি দিলে। সেই খেতিৰ এটা জলকীয়াৰো মই ভাগ খোজা নাছিলো। এতিয়া মোৰ মাইকী মোক লাগে—বচ্ ইমানেই মোৰ কথা—।

প্ৰথম ঘৈণীয়েকৰ প্ৰতি তাদামৰ বেথা অলপ বেছি। দুইচাৰিটা কথাও কেতিয়াবা শুনে। সেই হেপাহতে তাদামৰ খংটোক খুচৰি দিবলৈ তাই আকৌ ক'লে—

—ফুল গছা নিজিৰ যেতিয়া নিগাকৰ বুদ্ধিও মূৰত সোমায় গাখে।

—ঠিক্ কথা। নিপাক মাষ্টৰৰ লগত কিবা লেটি পেটিৰ উমান পালে তঁহত শুহি আহিবি, যি কৰিব লাগে পিচত মইয়ে কৰিম।

তাদামৰ জেদ্ চৰে। জিভাখন তালুত লগাই টক্ কৰে তাওৰ শব্দ এটা উলিয়াই দিয়ে। প্ৰথম শ্ৰেণীয়েকে তাদামৰ কণ্ঠাত ৰহণ সানিবলৈ বেৰখনৰ আঁৰৰ পৰাই আকৌ কৈ উঠিল.

....নিপাকৰ চেনী খাই তাইৰ তেজ মিঠা হ'ল কিজানি? চাবোন সানি গা-লফা হ'ল যেতিয়া তাদামৰ ঘৰতনো খেতি কৰিব কেনেদৰে ||

লক্ষণ বিজেশৰ পিচত অযোধ্যালৈ উভতি অহা ৰজা ৰামচন্দ্ৰৰ মন হয়তো এনেদৰেই বিষাক্ত কৰি তুলিছিল অভাগিনী সীতাৰ বিৰুদ্ধে। সুন্দৰী ডেচ্ডিমনাৰ নিষ্কলঙ্ক প্ৰণয়ক সন্দেহ কৰিবলৈ কৃষ্ণাংগ বীৰ ওথেলোৰ কাণতো এনেদৰেই হয়তো বিহ ঢলা হৈছিল। জোচেফাইন নেপোলিয়ান আৰু ক্লিওপেট্ৰা চিজাৰৰ মাজতো তিক্ততা সৃষ্টি কৰিবলৈ ষড়যন্ত্ৰৰ জানো অভাৱ আছিল!

ন্যায় পৰায়ণতা সাহস আৰু বীৰত্বইও যে চক্ৰান্ত আৰু ষড়যন্ত্ৰৰ ওচৰত যুগে যুগে পৰাজয় মানি লব লগা হৈছিল, আৰু ঈৰ্ষাই যে মানুহৰ পৰা মহত্বক কাঢ়ি নিব পাৰে সেয়েতো মানুহৰ কাহিনী।

তবে নিশা তৰ্ক-বিতৰ্কৰ অন্তত পুৱাৰ সুৰুয ওলাবৰ সময়তে তাদামৰ মানুহ জিমি গাঁৱলৈ বুলি ওলাই আহিছিল। চৰকাৰী বিশ্ৰাম ঘৰটোৰ কাষেৰেই সিহঁত দল বান্ধি পাৰ হৈ যাওঁতে ৰতন কাকতিয়ে এৰি থৈ যোৱা জুইকুৰাৰ পৰা তেতিয়াও ধোঁৱা ওলাই আছিল। সিহঁতে বুজি পাইছিল নিশা তাতে কোনোবা আলহী থাকি গৈছে বুলি। যদি ৰতন কাকতি নিশা তাত থকাৰ কথা তাদামে জানিলেহেঁতেন তেনেহলে তাদামৰ ভোজলৈ ৰতন কাকতিও যাব লাগিলহেঁতেন। ভোজৰ ভাত খাবলৈ নহয় ..তাদামৰ সওাল প্ৰশ্নবিলাকৰ উত্তৰ দিবলৈ।

দুদিনৰ বাট একেদিনাই আহি জিমিগাওঁ পাই তাদামৰ ভায়েক ভাবুহঁতে তাকামৰ আলহী হ'ব লাগিছিল। কিন্তু তাৰ কথাৰে হোৱালী উলিয়াই নিদিলে টানি লৈ যোৱাৰ আদেশ থকা কাৰণে সিহঁতে তাকামৰ ঘৰলৈ নগ'ল। নিপাক মাষ্টৰৰ লগত লেটিপেটিৰ কিবা গোন্ধ পালে মিতিৰ শুহি খিতিৰ-মিতিৰ হ'ব ভাবি সিহঁতে আন এঘৰত উঠিল। গিৰিহঁত নাছিল কাৰণে গিৰিহঁতনীয়ে লাগনি খৰিত জুই একুৰা জ্বলাই আলহী কোঠাৰ জুহালত যতনাই দিলে। খবৰ পাই গিৰিহঁত অহাত

আত্মীয় খাতিৰ দুগুণ হবৰে কথা কাৰণ তাদামৰ হ'ল গিৰিহঁতৰ দূৰ সম্পৰ্কৰ বন্ধু। মন্নহৰ আপোন নহলেও বন্ধুৰ ভিতৰতে পৰে। মানে—বিয়া-বাৰুত মন্নহৰ ভাগ পোৱা বন্ধু। আনটো কথা হ'ল তাকামৰ ওপৰত গিৰিহঁতজনৰ কিবা এটা পুৰণি আখেজো আছে। আখেজতো হ'ল—গিৰিহঁতে আনিব খোজা ছোৱালী এজনী তাকামৰ বাপেকৰ কাৰণেহে আনিব নোৱাৰিলে। কথাতো পুৰণি যদিও পোৰণি নমৰা বিধৰ।

ভাত পানী খোৱাৰ পিচত গিৰিহঁতে ক'লে—

—গেস্তুং পঠাই দিয়া—কালিলৈয়েই ছোৱালী উলিয়াই দিব লাগিব বুলি কৈ আছিৰ।

মাজৰ মানুহ পঠিয়াই দিয়াৰ পৰামৰ্শ আগবঢ়াইয়ে গিৰিহঁত সন্তুষ্ট নহ'ল। তাদামৰ ভায়েক তাবুৰ জেদ্ চৰাবলৈ গিৰিহঁতে শুনালে—

—যিহে উদণ্ডীয়া ছোৱালী, তাদামৰ ঘৰলৈ যায়নে নাযায় সিও এটা কথা।

গিৰিহঁতে কোৱা পিচৰ কথা কিটা শুনি তাদামৰ ভায়েক তাবুৱে চকুযোপাকৈ চাই সেই কথাৰ ভিতৰি অৰ্থ বিচাৰি চালে।

—স্কুলত পঢ়িছে, নিপাক কথাও জানে। ঘৰ-ঘজুৰতি থকা আঁকৰি ছোৱালী হোৱাহেঁতেন বেলেগ কথা আছিল।

গিৰিহঁতৰ বেঁকা কথাবিলাক পোনাই কৰলৈ তাবুৱে সুধিলে।

—কিনো কথা, অলপ বুজাই কোৱাচোন।

—মইনো কিয় কব লাগিছে, গেস্তুং পঠাই দিয়া সিয়েই আছি সকলো কথা কব নহয়। মিচিকিয়াই উত্তৰ দি গিৰিহঁতে গা এৰা দিলে। একেখন গাঁৱৰ অধিবাসী হৈ গিৰিহঁতে তাকামৰ বিৰুদ্ধে খোলাখুলিকৈ বেছি কব নিবিচাৰিলে। হয়তো ভাবিলে যিমান ক'লে সিমানখিনিয়েই তাকামক এশিকনি দিব। আকাৰ চাল-চলনবিলাক সি দেখি আছিছে। তাকে জৈ গাঁৱত চলা ফুচুৰিমেলৰ কথাও সি নুশুনাকৈ থকা নাই। ইমান দিনে গিৰিহঁতে একো কোৱা নাছিল; কোৱাৰ কোনো প্ৰয়োজনো তাৰ নাছিল। হয়তো ভাবিছিল—যাৰ ছোৱালী সিয়েই চম্ভালিব—যাৰ যেখোন সিয়েই নিমথ খুৱাব, তাৰনো কি আছে যায়।

—তোমহঁতে গেস্তুং পঠাই দিও? তাদামৰ ভায়েকে গিৰিহঁতৰ

পৰামৰ্শ বিচাৰিলে ।

—অ'তো পঠাই দিয়া । নিজে কিয় যাব লাগিছে । গিৰিহঁতে জোৰ দিয়েই কথাৰ উত্তৰ দিলে ।

আলোচনাৰ অন্তত তাবুৰে সিহঁতৰ আগমণৰ সংবাদ আৰু উদ্দেশ্যৰ বিষয়ে তাদামক জনাই দিবলৈ নিজদলৰ সকলোতকৈ বয়সত ডাঙৰ-জনক পঠাই দিলে । সেন্তুং যোৱাৰ পিচতেই আলহী আৰু গিৰিহঁতৰ মিতিৰালিয়ে যেন পক ধৰিলে । পক্ ধৰালে পুৰণি আপঙৰ বাগীয়ে ।

—চৰকাৰৰ সকলো কথাই ভাল । চৰকাৰটো থাকিলে আমাৰ উন্নতি হ'ব সিও ঠিক কথা । কিন্তু নিজিৰবিল্লাক হ'লে বেয়া হ'ব দেই । সেয়া গিৰিহঁতৰ কথা ।

আপঙৰ বাগীয়ে সিহঁতৰ আলোচনাক সামাজিক সমস্যাৰ দিশলৈ টানি নৈ যাব ধৰিলে । তাবুৰে গিৰিহঁতক সমৰ্থন জনালে ।

—:বেয়া হবলৈ বাকী আছেনেকি ? সদৰত হেনো বহুত নিগাকে আমাৰ ছোৱালী ললেই । কোনোবাই দাম দি লৈছে আৰু কোনোবাই জৰিমনা ভৰি লৈছে । নিগাকলৈ গ'লে খেতি কৰিব নালাগে, খৰি পানীও বুকিব নালাগে । কিচিম কিচিম কাপোৰ পিন্ধিব পায় ।

—পাউদাৰ হিমানীও মুখত সানিব দিয়ে । আৰু ক'ত কি শুনিবা । শুনি ঘিণ লাগি যায়—থুঃ

সময়ে আনি দিয়া পৰিবৰ্তনক ৰোধ কৰিব নোৱাৰা হ'লে এখন সমাজত নানান খেলিমেলিৰ সৃষ্টি হোৱাতো স্বাভাৱিক কথা । পুৰণিক এৰি নতুনক আদৰি লবলৈ সকলো মানুহ সমানে প্ৰস্তুত হৈ উঠিব নোৱাৰে—নুখুজে । —তাবুহঁতৰ কথাত সমাজৰ সেই খেলি-মেলি বিলাকেই আংশিক ভাৱে স্ফুৰ্তি ওলায় । বেতৰ সলনি তীখা তাঁৰেৰে সজা নতুন দলং সিহঁতেও বিচাৰে । বেজ বেজালীৰ লগতে হস্পিটালৰ ঔষধো সিহঁতক লগা হৈছে । কেঞা আও্লীৰ নিচিনা গোমধানৰ সলনি মেক্সিকান হাইব্ৰিদ কঠিয়া সিহঁতেও ভাল পোৱা হ'ল । কেচু-কুমতি খুচৰি কুৰা টিকিৰা গাহৰিৰ সলনি দানাখোৱা য়ৰ্কচায়াৰ সঁচ আনিবলৈ দহ দিনৰ বাটো খোজ কাঢ়ি সিহঁতে সদৰলৈ যায় । সিহঁতৰ ল'ৰাই পঢ়ি শুনি নিগাক মানুহৰ নিচিনা কেৰাণী, মহৰি, ডাক্তৰ, হাকিম হৈ ফৰ্ফৰাই ইংৰাজী কব পৰা হ'লে সিহঁতেও ভাল পাব । কিন্তু ছোৱালীৰ বেলিকা হ'লে সেই সমাজৰ মানুহে এজাল চুলিৰ সমান

ইফাল সিফাল হোৱাতো নিবিচাৰে। নাৰীসকলেই যেন সিহঁতৰ আৰ্থ সামাজিক ব্যৱস্থাৰ যাই মেৰুদণ্ড। সেই মেৰুদণ্ডত ঘুণে ধৰিলে সিহঁত চলিব কেনেদৰে ?

—সিহঁত নিৰুপায়। সিহঁতৰ কৃষি ব্যৱস্থাত পৰিবৰ্তন নহালৈকে আৰু অৰ্থনৈতিক বিপ্লৱ এটাৰ সূচনা নহয় মানে বৰ্তমান সমাজ ব্যৱস্থাত নাৰী সেই সমাজৰ মেৰুদণ্ড হৈ থাকিবলৈ বাধ্য। ঝুম খেতিৰ ঠাইত স্থায়ী খেতি যিদিনা গঢ়ি উঠিব; একেডোখৰ মাটিতে বছৰৰ পিছত বছৰ ধৰি সেই সমাজৰ শস্য যিদিনা উৎপন্ন হব আৰু নাখৰে আজুৰি আজুৰি খেতি কৰা নাৰীৰ ক্ষত-বিক্ষত সৰু সৰু হাতৰ আঙুলিবিলাকৰ পৰিবৰ্তে লোহাৰ শিৰলুৱে যিদিনা একৰৰ পিছত একৰ মাটি এফালৰ পৰা ফালি লৈ যাব, সিদিনাই হয়তো আহিব নাৰীৰ মুক্তি, আহিব সমতা-সন্মান-শ্ৰদ্ধা-মৰম। তাৰ আগলৈকে তাদামৰ ভায়েকহঁতৰ এই কথাই যেন নিৰ্বিৰোধ ভাবে চলি থাকিব - চৰকাৰটো ভাল। চৰকাৰটো থাকিলে আমাৰ উন্নতি হয়। সিও ঠিক্.... কিন্তু নিজৰবিলাক হলে বেয়া হব দেই।

এটা ব্যৱস্থাৰ পৰা আন এটা ব্যৱস্থালৈ ৰূপান্তৰিত হওঁতে এখন সমাজৰ মাজলৈ বহুতো খেলি-মেলি আহি পৰে, ই এটা স্বাভাৱিক প্ৰতিক্ৰিয়া। পৰিৱৰ্তনৰ এই প্ৰতিক্ৰিয়াত এখন সমাজত অস্থিৰতাৰ যি কণ সময় আহি পৰে সেইকণ সময়েই সেইখন সমাজৰ কাৰণে আশীৰ্বাদ বা অভিশাপ স্বৰূপ হৈ পৰিব পাৰে। সুস্থিৰ পৰিচালনাৰ অভাৱ হলে সেই পৰিৱৰ্তন এখন সমাজৰ বাবে অভিশাপ স্বৰূপ হবলৈ বাধ্য। আনহাতে পৰিকল্পিত ভাৱে সেই পৰিৱৰ্তনক আদৰিব জানিলে বহু শতাব্দী ধৰি শুই থকা সমাজখনেও প্ৰচণ্ড গতিত আগবাঢ়ি যাবলৈ সক্ষম হয়। তাদামৰ ভায়েকহঁত হ'ল সাধাৰণ গাঁওবাসী। সিহঁতে পৰিৱৰ্তন আনিব নোৱাৰে, আদৰিবহে পাৰে। সিহঁতৰ নিজৰবিলাক বেয়া হব সেই আকাঙ্ক্ষাই সিহঁতৰ প্ৰগতিমুখী আকাঙ্ক্ষাক যদি দুৰ্বল কৰি পেলাইছে তেনেহলে তাৰ বাবে সিহঁত দায়ী হব নোৱাৰে। ভাৰসাম্য পৰিৱৰ্তন আনিব নোৱাৰিলে দুৰ্বল সমাজবিলাকে আধুনিক প্ৰতিযোগিতাত ভাৰসাম্যতা হেৰুৱাই পেলাবলৈ বাধ্য। হিমানী পাউদাৰ, ব্ৰা, পেটিকোট, ক্লিপ, লিপষ্টিকেৰে বজাৰ উপচি পৰিব অথচ কৃষি হৈ থাকিব প্ৰাগ-ঐতিহাসিক যুগত; স্বাধীনতাৰ পতাকা উৰিব আকাশত আৰু ভাবে

তলত অৱহেলাৰ জীৱনজোৰা গঞ্জনা ভুগি জীয়াই থাকিব নাৰী সমাজ। চেনী খাবলৈ পাব, সুগন্ধি চাবোন গাত ঘঁহিব অথচ পইচা আমদানিৰ বাট নাথাকিব—তেনেসমাজত ভাবসাম্যতা আহিব ক'ৰ পৰা? প্ৰগতিৰ নামত ৰঙাফিটা কাটি উদ্বোধন কৰা চিনেমা হলৰ ৰূপালী পৰ্দাত নাৰীৰ আব্ৰুক লৈ ব্যৱসায়িক লুণ্ঠন যদি চলোৱা হয় তেনেহলে সামাজিক বিশৃঙ্খলতা ৰোধকৰাৰ উপায় ক'ত?

তাদামৰ ভায়েকহঁতৰ গাত দোষ নাই। দ্ৰুত পৰিৱৰ্তনৰ চাক্‌নৈয়াত পৰি সিহঁত বিভ্ৰান্ত। নতুনক আদৰি লব পৰা নাই কাৰণে পুৰণিকে খামোচ মাৰি ধৰি থাকিবলৈ বাধ্য হৈছে। সেয়া ৰক্ষণশীলতাৰ গোড়ামি নহয়—সংৰক্ষণৰ শেষ প্ৰচেষ্টা মাথোন।

দুঘণ্টামানৰ মূৰত গেন্দুংজন উভতি অহাত সকলোৰে একে ঠাইত থুপ খাই বহিল। কাৰো মুখত উৎকণ্ঠাৰ একো লক্ষণ ফুটি নোলায়। সকলো যেন স্বাভাৱিক, দাম-দ থোৱা ছোৱালী যেতিয়া উলিয়াই দিয়াত বাধানো ক'ত। জালত পৰা মাছ যেতিয়া খালৈত সোমাবলৈ কিমান নো সময় লাগে। গেন্দুঙে আহি জুইৰ কাষতে বহি লল খেকাৰি মাৰি নিজে নিজেই কলে—

—আক নি আবে।

কোন আহিব, কি কথা তাৰ একো ভূমিকা নকৰি কাইলৈ আহিব বুলি গেন্দুঙে কোৱা সংক্ষিপ্ত কথাশাৰীয়ে সকলোকে দোধোৰ-মোধোৰত পেলালে।

—আক নি ইয়ো আবে? কাইলৈনো কোন আহিব সেই কথা পৰিষ্কাৰ নোহোৱাত তাবুৰ অলপ খঙেই উঠিল।

গেন্দুঙৰ কথাৰ পৰা তাকাম পিচদিনা নিজে আহিব বুলি গম পাই তাবুৱে সুধিলে।

—ছোৱালী উলিয়াই দিয়াৰ বিষয়ে কি ক'লে?

—একো নক'লে। নিজে আহিব বুলিহে মাত্ৰ ক'লে।

—ছোৱালীজনীক দেখিলিনে নাই? তাবুৰ মনত যেন সন্দেহে মূৰ দাঙি উঠিল।

—ভাঙা কাপামা। নাইদেখা বুলি গেন্দুঙে উত্তৰ দিয়াৰ লগে লগে জিৰিহঁতে সমস্যাটোক আৰু গভীৰ কৰি তুলিলে—

—মই জানো নহয় ইমান সহজে ক'ত আহিব তাই।

—কি কৈছা মিতিৰ, অলপ খুলি নোকোৱা কিয় ? তাদামৰ ভায়েক-হঁতক নিশাটোৰ বাবে কু-চিন্তাত পেলাই মাৰিবলৈ লিখিহঁতে খেক্-খেকাই হাঁহি ক'লে—

—তাকামৰ জোৱালীৰ কথা তাকামেই কব আমি কোন পাহৰিৰ লাভ। বাতিপুৱালেই শুনিবা নহয়।

এনেদৰে এক অনিশ্চয়তাৰ মাজেৰে অতিবাহিত হবলৈ গুলায় নিশাটো। মীমাংসাতো যেন অমীমাংসিত হৈ বৈ হায় নিশাটোৰ কাৰণে। কথা-বিলাক জিমি পাওঁবাসীয়ে শুনিলেও পা এবাই চলিব বিচাৰে। তাকামেও গোটেই নিশা জুইকুৰাই বহি থাকিল, ভাতৰ টোপোলাটো খুলিও নাচালে।

পিচদিনা বেলি কপালৰ সমান পাবৰ সময়তে তাকাম আহিল লিখিহঁতৰ ঘৰটোলৈ অকলেই। পিঠিত ওলোমাই আনিলে মুৰলৈৰ সৈতে পুৰিচাকা কৰা পেটফলা মজলীয়া গাহৰি এটা। এক আঙুলীমান ডাঠ ৰগা চৰ্বীৰ তৰপটো চক্ চক্‌কৈ ওলাই আছিল। তাদামৰ ভায়েকহঁত থকা বাহিৰ কোঠাৰ জুহালৰ কাষতে আঁঠুকাঢ়ি বহি পিঠিৰ গাহৰিটো চাঙৰ ওপৰতে নমাই থলে। বাঁহকামিৰে সজা চাঙখনৰ পৰা বেতৰ বান্ধোনবোৰ এডাল এডালকৈ কাটি গাহৰিটো সোলোকাই পেলালে। চাকা কৰি অনা গাহৰিটো আনুষ্ঠানিক ভাবে আলহীৰ পিনে অলপ আগুৱাই দি তাকামে ক'লে—

—আলপৈচান ধৰিবলৈ একোকে যোগাৰ কৰিবৰ নহ'ল। আগৰপৰা দিনবাৰ ঠিক কৰি জনোৱা হলে এই বেমেজালিখিনি নহল'হঁতেন।

কথাখিনি কৈ তাকামে মুখৰ ঘাম দুহাতেৰে মচিব ধৰোতে ঘৈণীয়েকে আপংভৰা দুটা বাঁহৰ চুঙা খাং এটাত ভৰাই আলহীয়ে দেখাকৈ ভিতৰ কোঠালৈ সোমায় গ'ল। তাদামৰ ভায়েকে বুজিলে আলহী শোধাৰ আয়োজন চলিছে। পৰম্পৰাৰ যেন নিজস্ব কিছুমান ভাষা আছে, বুজাই কবলৈ প্ৰয়োজন নহয়।

—কালিলৈ আমি উত্তি যাম বুলি ভাবিছো।

সংক্ষিপ্ত ভূমিকাৰে তাদামৰ ভায়েকে আলোচনাৰ পাতনি মেলি তাকামৰ মুখলৈ চালে। তলমূৰ কৰি থকা তাকামে কি উত্তৰ দিব বুলি ভাবি থাকোতেই ঘৈণীয়েকে আলহীৰ হাতে হাতে আপঙৰ সক চুঙা তুলি দিলে।

—মাক্‌বোৰ মানুহ, দুদিনমান নাথাকিলে হ'ব নেকি ? আপঙৰ

চুওা বিলাওতে আকাৰ-মাকে জোঁৱাৱেকৰ মানুহ বুলি শ্ৰেণিৰ জনাজে। তাকামে যেন নিজকে প্ৰস্তুত কৰাৰ অলপ সময় হাতত পালে।

—থাকিবৰতো আমাৰো মন আছে; কিন্তু আমাক উত্তৰ দিয়াৰ সময় বান্ধি দি পঠিয়াইছে আচি তাদামে। গতিকে এদিনো বেছি থাকিব নোৱাৰিম, বেয়া নাপাব।

আধুনিক যোগাযোগৰ ব্যৱস্থা নথকা অৰুণাচলত কথাৰে বন্ধা সময়-সূচীৰ নৰচৰ হব নোৱাৰে। নিৰ্দাৰিত সময়ত আহিব লগাজন আহি নাপালে নানান সমস্যাৰ উদ্ভৱ হব পাৰে। চেকা আপও টেঙা হৈ যায়, সিজোৱা মগহ গোন্ধাব পাৰে বা বন্ধা ভাত বাহি হৈ যোৱাৰ উপৰি আহিব লগাজন সময়ত আহি নাপালে ঘৰৰ মানুহৰ চিন্তা বাঢ়ে, কিবা বিপদ হোৱাৰ আশঙ্কা কৰি।

—কিন্তু আকা যে ঘৰত নাই! তাকামৰ কথা শুনি সকলোৱে অলপ আচৰিত হ'ল।

—ঘৰত নাই যদি বিচাৰি আনিলেই হ'ল। তাবুৱে কথাকিটা অলপ যেন টানকৈয়ে ক'লে।

—কলৈ গৈছে সেইকথা জানিলেহে বিচাৰি আনিব পাৰো। যোৱা কালিৰে পৰা তাইক বিচাৰি পোৱা নাই।

—এইবিলাক কেনে ধৰণৰ কথা আৰো তাকাম? তাবুৱে কৰা তিক্ত প্ৰশ্নত তাকাম যেন বিল হৈ পৰে।

—মইও বুজা নাই তাইৰ কি মতলব। মনত যদি আন কিবা কথা আছে তাকো মই নাজানো।

তাকামৰ উত্তৰটো মতপুত: নোহোৱাত তাদামৰ ভায়েকে এইবাৰ পোনপটীয়াকৈ মনৰ কথা ব্যক্ত কৰিলে।

—তুমি নাজানা যদি আন কোনে জানিব আৰো তাকাম? এই-বিলাক পিচলা পিচলি কথা এতিয়া কলেতো লাভ নাই। ছোৱালী নিবলৈ আহিছো, আমাক ছোৱালী উলিয়াই দিবা কথা ইমানেই। তোমাৰো জেঠা মৰিব আৰু লেনাদেনাৰো অন্ত পৰিব। কি কোৱা তোমালোকে; এইবুলি তাদামৰ ভায়েকে লগত অহা নিজৰ মানুহকিটাৰ মুখলৈ চালে।

'—আজে মেন্দ, আজে মেন্দ।' ভালেই কৈছা ভালেই কৈছা বুলি সিহঁত কিটাই তাদামৰ ভায়েকৰ প্ৰতি পূৰ্ণ সমৰ্থন আগবঢ়ালে। তাবা

কৰি অনা সাক্ষীয়ে যেনেদৰে শিকোৱামতে কয় তেনেদৰে সিহঁতেও ক'লে।

—মই নিৰুপায়। আজিৰ ভিতৰতে ক'ৰপৰা মই তাইক বিচাৰি আনিম কোৱা।

—সেইটো তোমাৰ সমস্যা। আমি দাম দিয়া ছোৱালী নিবলৈ আহিছো—কালিলৈ ছোৱালী আমাক লাগিবই। তাদামৰ ভায়েকে তাকামৰ নিৰুপায় অৱস্থাক অকণো গুৰুত্ব নিদিলে। আকামক মনে মনে বহি থকা দেখি তাবুৱে এইবাৰ কথাৰ সুৰ সলনি কৰিলে।

—তাতকৈ কোৱা ছোৱালী নাযায়। কিবা লেটি পেটি আছে হবলা।

—আলে মেন্দ, আলে মেন্দ—ভাটৌকিটাই আকৌ মাতিলে।

—মই সেইবিলাক একো নাজানো তাবু—দামখাই শেষ কৰিছো যেতিয়া কথা সলাবলৈ মোৰনো উপায় ক'ত? তাকাম যেন অকল-শৰীয়া হৈ পৰে। ঘৈণীয়েকৰ সমৰ্থনখিনিও যেন সি হেৰুৱায়।

—মোক এইবিলাক কথাকৈ একো লাভ নাই আৰো তাকাম। আজি সন্ধিয়া কেবাং মাতিম তাতেই তোমাৰ যি কবলগীয়া আছে তাতেই কবা। এই বুলি কৈ তাবুৱে নিজৰ মানুহৰ মুখলৈ চালে।

—আলে মেন্দ, আলে মেন্দ। ভাটৌকিটাই যেন আন কথা শিকি আহিবলৈ সময়কে নাপালে। আকাৰ বাপেকে দিয়া গাহৰিৰ মঙহ এহাতেৰে পুৰি পুৰি খায় আৰু আনটো হাতেৰে চাওত ভুকুৱাই তাদামৰ ভায়েকৰ প্ৰতিটো কথা সমৰ্থন জনায়। গা-ধন দি থোৱা ছোৱালী নিব অহা জোৱাইঘৰীয়া ভেমটোৱে যেন সিহঁতকো ওফন্দাই তোলে। হুলা গছ দেখি বাগী কুঠাৰ মৰা দি তাদামৰ ভায়েকৰ বোৱাভাৰী এটাই লাহেকৈ মাতিলে।

—লিংলোং কথাই যদি কিবা আছিল তাক আগতিয়াকৈ জনালেই হ'লহেঁতেন। দুদিনৰ বাট এনেয়ে দৌৰাই মৰালা।

—তাকামক নিমাতে থকা দেখি বোৱাভাৰীটোৰ কথাৰ ওপৰতে আন এজনে ফোৰণ মাৰিলে।

—দাম লোৱা ছোৱালী এতিয়া ঘৰত নাই বুলি কলেতো নহব। কাঁড় লাগি পলাই যোৱা হাবিৰ হৰিণাকো যদি বিচাৰি উলিয়াব পাৰি—ছোৱালী এজনীক বিচাৰি উলিয়াব নোৱাৰি—ই কেনে কথা?

এসোপা চাদা চুন মিহলি পিক্ পাতি হাঁহে হুগাৰ নিচিনাকৈ ফেবেক্ কৰি পেলাই দি আন এজনে ইতিকিং কৰিলে।

—শিলকটা তানিয়া বংশৰ ছোৱালী কিনি তাদামে ভাবিছিল বঙহ্ বাড়িব বুলি। পিছে এতিয়া কাকনো কি বুলিবা?

বংশৰ পাত চেকা পৰা যেন দেখি তাকামৰ মনে নসহিলে। ওভো-তাই সিও মাতিবলৈ বাধ্য হ'ল—

—শিলকটা তানিয়া বংশৰ কথাত লৰচৰ নহয় জানিবা। ছোৱালী কিনি থৈছো যেতিয়া জীয়া হলেও মৰা হলেও বিচাৰি আনি দি থৈ আছিম।

এই বুলি উত্তৰ দি বহাৰ পৰা থিয় দি তাকাম যাবলৈ ওলাল। বংশ মৰ্য্যাদাক লৈ কৰা উপলুঙা সি সহিব নোৱাৰিলে।

× × ×

# ১১

আনদিনে তাপৰৰ ঘৰ এৰি দুদিন আগতে আকা গুছি গৈছিল ওচৰৰ গাঁৱৰে বিয়াহোৱা মাহীয়েকৰ ঘৰলৈ। ঘামি-জামি, কান্দি উচুপি আকাই যেতিয়া মাহীয়েকৰ ঘৰ ওলাইছিলগৈ তেতিয়া আচৰিত হৈ মাহী'য়েকে সুধিছিল।

—আৰে আকা আহিলি যে?

অশলাৰে চাওলৈ উঠিযাব ধৰা আকাই একো উত্তৰ নিদিলে। মেঘে ওন্দোলাই অনা বাৰিষাৰ আকাশৰ দৰে থম্ থমিয়া মুখখনলৈ চাই মাহীয়েকে বুজিলে কিবা এটা হৈছে। ৰাংচালী আকাৰ এনেকুৱা ধৰণ মাহীয়েকে আগতে কেতিয়াও দেখা নাছিল। মুখত ঘাম, চকুত পানী, চুলিও আউলী বাউলী আকাৰ ওপৰেদি যে ধুমুহা এটা পাৰ হৈ গৈছে সেই কথা মাহীয়েকে অনুমান কৰিলে। আকৌ ভাবিলে, কিবা দেৱে পালেনেকি তাইক বাটত আহোঁতে? সিহঁতৰ গাঁৱলৈ অহা বাটৰ ওপৰত থকা ভাওৰ জৰী গছজোপাত তিনিদিন আগতে বজ্রপাত পৰিছিল। পিচদিনাই গছজোপাৰ এফালে লেৰেলি মৰি গৈছে। গাঁৱৰ মানুহে সেই বাট এৰিলে। আকাই নাজানি সেইজোপা গছৰ তলেৰেই আহিল নেকি?

—তোক নিবলৈ হেনো মানুহ অহাৰ কথা? ৰব গছজোপাৰ কথা উলিয়ালে তাই ভয় কৰিব বুলি ভাবি মাহীয়েকে আন কথা উলিয়ালে।

চাওৰ মুখত থিয় দি থকা মাহীয়েকৰ ডিঙিত সাবটি ধৰি আকাই চিঞৰি উঠিল—

—মাহী ঐ মোক সৌখন নদীতে পেলাই দে তথাপি তাদানৰ ঘৰলৈ পঠিয়াই নিদিবা। কাঁড়ত সনা বৰ বিহ ভাতৰ লগত সানি মোক খাবলৈ দে তথাপি তাদাম ঘৰলৈ যোৱাৰ কথা মোক আৰু নকবি ঐ মাহীটি।

হুক্ হুকাই কান্দি উঠা আকাক মাহীয়েকে সাৱটি ভিতৰলৈ লৈ গ'ল। বুজিলে ঘটনা বৰ গহীন। মতাৰ ঘৰলৈ নাযাওঁ বোলা ছোৱালীক লৈ সমাজত বহুতো কিবা কিবি অতীতত ঘটি গৈছে। মাহীয়েকে তেনে দুই চাৰিটা ঘটনাৰ কথা কাণেৰে শুনিছিল আৰু এটা ঘটনা জীয়ৰী কালত নিজেই দেখিছিল।

—নাকান্দিবি ৰ'চোন কি হৈছে ক' আগতে। এই বুঢ়ি' সাৰটি নি ভুহালৰ কাষত বহুৱাই মাহীয়েকে আকাৰ উদভ্ৰান্ত মনটোক সুস্থিৰ কৰি তুলিব বিচাৰিলে। আকাই একোৰে উত্তৰ নিদি ওঁঠ দুটাত মুখখন গুজি কেৱল উচুপি থাকিল। মাহীয়েকে তাইৰ আউলী বাউলী চুলিবিলাকত আঙুলী ফুৰাই স্নেহ কৰি সুধিলে—

—তাদামৰ তালৈ নাযাব যদি কাৰ তালৈ যাবি?

—যাৰ তালৈকে নাযাওঁ, তাদাম বুঢ়ালৈ কেতিয়াও নাযাওঁ-নাযাওঁ।

আকাৰ পাতক মনৰ তিক্ততা দেখি মাহীয়েকৰ হাঁহিবৰ মন যায়। সমাজ ব্যৱস্থাৰ বিৰুদ্ধে থিয় দিব খোজা আকাৰ নিৰ্বুদ্ধিতাক মাহী-য়েকে হাঁহিয়ে পাতলাব বিচাৰে।

—মাক-বাপকৰ ঘৰ এৰি যাবৰ সময় আহিলে সকলোৰে বেয়া লাগে-পিচলৈ ঠিক হৈ যায়। আমাৰো প্ৰথমে বেয়া লাগিছিল।

—সেইবিলাক কথা মোক নকবি মাহীটি। তাদামৰ তালৈ মই নাযাওঁ বুলিছো- -নাযাওঁ।

—বাপেৰৰ কি হব তই ভাবি চাইছ নে নাই? মাহীয়েকে বুজাবৰ চেষ্টা কৰিলে।

—যি হয় হৈ থাকক, সক থাকোতেই হাবিত পেলাই দি নাহিলি কিয়? বুঢ়া এটালৈ দি মোখোন কিয় লব দিছিলি? উচুপি উচুপিয়েই আকাই উত্তৰ দিলে।

—কি কৰিবি বাপেৰৰ যে উপায় নাছিল। ছোৱালী হৈ জন্মিলি যেতিয়া ডেকাই হওক বুঢ়াই হওক এটালৈ এদিন যাবই লাগিব।

মাহীয়েকৰ কথাৰ উত্তৰ দিবলৈ আকাই একো কথা বিচাৰি নাপাই মনে মনে থাকিল। তাইৰ নিৰাশ মনটোৱে এৰি অহা দিনবিলাকলৈ উভতি চালে। হাঁহি নাচি থাকোতেই যৌৱনটোৱে কেতিয়া আহি তাইক সাৱটি লৈছিল তাই গম:ক পোৱা নাছিল। আনন্দ উৎসৱত সমাজৰ ধুনীয়া ডেকাল'ৰা লগপালে কথাৰে চুপতি মাৰিছিল সঁচা, কিন্তু সিহঁতৰ কোনো এজনৰ মুখখন হলে মনত পৰি থকা নাছিল। খেতিলৈ যাওঁতে আহোতে বনৰীয়া ফুলচিঙি কাণৰ জতিত পিন্ধি লৈ নিজৰাৰ পানীত নিজকে চাই তাই ভাল পাইছিল সেই কথাও সঁচা। নিজৰাৰ পানীত অকলশৰে গা-ধুওঁতে নিজকে তাই ঘূৰি ঘূৰি চাইছিল। হাতোৰেও চুই চাইছিল। সেয়া নিজানৰ কথা, আনে নেদেখা বিস্ময় আছিল।

কিন্তু ৰতন চাৰ আহিবৰ দিনাৰে পৰা তাইৰ মনটোত যে কি সোমাইছিল তাইও বুজা নাছিল, স্কুলত পঢ়োতে চাৰৰ মুখলৈ তাই তন্ময় হৈ চাওঁতে চাৰৰ চকুপৰিলে তাই চকু নমাই লৈছিল কিয় তাকো তাই বুজি পোৱা নাছিল। চাৰৰ কাৰণে জলকীয়া, বেঙেনা আনি দিবলৈ তাইৰ কিয় মন গৈছিল; চাউলৰ শিলগুটি বাচি দিবলৈ তাই কিয় ভাল পাইছিল সেইবিলাক কথাৰ অৰ্থ সিদিনাও তাই বুজা নাছিল। স্কুল এৰি দিয়াৰ পিছতো চাৰক সদায় এবাৰ চাবলৈ তাইৰ মনে কিয় উচ্ পিচ্ কৰিছিল –প্ৰেম পিৰিতি নুবুজা আকাৰ যৌৱনত সেয়ে নেকি প্ৰথম পিৰিতিৰ চঞ্চলতা আছিল? নিশাৰ এন্ধাৰত হাতত সাৰে ভৰিত সাৰে আপডৰ চুওা লৈ চাৰৰ ঘৰলৈ যোৱা কথাটো তাইৰ বাবে প্ৰথম পিৰিতিৰ উন্মাদনা আছিল জানো? পুৱতি নিশা চাৰৰ বাহু বন্ধনত নিজকে যে বিলাই দিছিল সেয়াই জানো ভালপোৱাৰ চৰম প্ৰতিদান নাছিল? আক ভেঁয়ামলৈ নামি যোৱা চাৰে যে আকাৰ পৃথিবী-খনকো লগতে উজাৰি লৈ গৈছে, সেইবেদনা আকাইনো কাক বুজাই কব পাৰিব! বিচ্ছেদৰ বেদনা ক্লিষ্ট আকাক যেতিয়া মাহীয়েকে ক'লে ছোৱালী হৈ জন্মিলি যেতিয়া ডেকাই হওক বুঢ়াই হওক এটালৈ এদিন যাবই লাগিব তেতিয়া তাই বিদ্ৰোহীনি হৈ উঠিল।

—তইও যদি তেনেদৰে কব মাহীটি মই সৌখন হাবিলৈকে গুছি যাম। বাঘে খায়, ভালুকে খায় যদি এবাৰতে খাব। তাদামৰ নিচিনাকৈ ওৰেতো জীৱন নাথায় নহয়।

—বলিয়ালী নকৰিবি আকা। বাপেৰৰ মুখলৈ চাই তই তাদামলৈ যা। এইবুলি মাহীয়েকে কবলৈ পালে কি নাপালে—

—মৰিলেও এবাৰহে মৰিম--তাদামলৈ নাযাওঁ বুলি কৈছো নহয় --ও ইনমা, ইন্মা, ইন্মা।

এই বুলি কৈ ঘপ্ কৰে জুহালৰ পৰা এমুঠি জুইছাঁই মুখত ভৰাই দি তাই বাহিৰলৈ বুলি লৰমাৰি যাবলৈ ওলাল।

—কি কৰিলি আকা? কিয় এনে কচম খালি?

এইবুলি চিঞৰি মাহীয়েকে আকাৰ বাট আগচি ধৰিলে। জ্বলা জুই, জ্বলা আঙঠা বা জুহালৰ গৰম ছাঁই মুখত লৈ কৰা অঙ্গীকাৰ হ'ল সেই সমাজৰ চৰম অঙ্গীকাৰ। সেই অঙ্গীকাৰ বিৰুদ্ধে যাব নোৱাৰে। হিন্দুসমাজত 'অগ্নিপ্ৰতিজ্ঞাৰ' দৰে পৰম্পৰা চলি আহিছে আকাৰ

এই অসীকাৰো যেন তাৰেই এক আদিম ৰূপ ৰেখা।

হিমালয়ৰ গাভৰু আকাই তৈয়ামৰ ৰত্তন কাকতিক ভাল পালে—মন দি, দেহাও দিলে। জাতকুল নিৰ্বিচাৰি সমাজ বন্ধনক নেওচিবলৈ তাই অগ্নিপ্ৰতিজ্ঞাত আবদ্ধ হ'ল।

এনেতে আকাৰ মহায়েক ঘৰলৈ উভতি আহিল। তাকামে পঠোৱা খবৰ পাই সিও আকাক বিচাৰি ওলাই গৈছিল। উভতি আহি নিজৰ ঘৰতে আকাক দেখা পাই সি বিবুদ্ধি হ'ল। আকা পলাই আহি তাৰেই ঘৰত যে লুকাই আছে সেই কথা সি বুজি পালে। খেদিৰও নোৱাৰে অথচ ৰাখি থলেও শত্ৰু বাঢ়ে যেন ভাবি মহায়েকে ক'লে—স্কুল পঢ়ি তহঁতৰ মূৰবিলাক গৰম হ'ল। নিজৰ সমাজৰ নিয়ম-নীতিকো বেয়া দেখা হলি। বোপায়েৰে তোক চুলিৰ আগলৈকে আনক দি থৈছে। এতিয়া নাযাওঁ বুলি ফেঁপেৰি পাতিলে হ'ব জানো?

—হব, হব তুমি অলপ মনে মনে থাকাচোন। এই বুলি পিৰিয়েকক বাধা দি মাহীয়েকে আকাক ভিতৰ জুহাললৈ লৈ গ'ল। মহায়েকে মনে মনে চাই থাকিল। মনতে হয়তো ভাবিলে তাৰো যে এজনী দিবলগীয়া হৈ আছে। দামো কেতিয়াবাতে লৈ থৈছে। আকাৰ নিচিনা ফেঁপেৰি পাতে বা! অৱশ্যে তাৰ মাক্-বাপেৰ তাদামৰ নিচিনা আদবয়সীয়া যেনিবা নহয়; হলে জীয়েকতকৈ কেইবছৰমান সৰুহে হ'ব পাৰে।

—জানো কি বেমেজালিখন চপাই লব বিচাৰিছ! দামখোৱা ছোৱালী-জনীকনো কিমান দিন লুকুৱাই থব পাৰিবি বুলি ভাবিছ? যি কৰ কৰি থাক, পিচলৈ নিজৰ গা পুৰিব ধৰিলে মোক হলে একো কব নোৱাৰিবি—কৈ থলো। এই বুলি ভোৰভোৰাই মহায়েকে বাহিৰ জুহালতে বহি দিলে। ভিতৰ জুহালৰ পৰা ঘৈণীয়েকে উত্তৰ দিলে—

—মতা মানুহবিলাক এনেকুৱাই। দাম পালে নিজৰ গাৰ মঙহকো কাটি বেছিব পাৰে। হওঁতে কথাটো মিছাও নহয় যেন লাগিল মহায়েকৰ। দাম পালে বুলিয়েই বাপেকি বয়সৰ মানুহটোলৈ আকাক দিব পায়নে বুলি সিও ভাবিলে।

—দুদিন ধৰি পলাই ফুৰিছে, কিবা খাইছে নে নাই সুধি চাবিনে ভিতিত ধৰি কন্দাকটা কৰি থাকিবি? অলপ বৈ মহায়েকে আকৌ শুনালে—অ.জি বোলে কেৰাং বহিব। কেবাওত বাকিখন কথা ওলায় কোনে জানে। শুনিচো মাৰ্টৰৰ লগত তাইৰ লেটিপেটি আছে। যাৰৰ

মন নাই যদি দামকে ঘুৰাই লৈ যা। হোৱালীনো কি আকাল পৰিছে। পিছে তাদাম খি মানুহ, দাম দিয়া হোৱালী যে সহজতে এৰি দিব তাৰো ভৰসা নাই। এৰি দিলেও পানী ঘোলা কৰিহে এৰি দিব জানিবি।

× × ×

পথুলী জিমি গাঁৱৰ মৰংঘৰত কেৰাওৰ পোপ-দোপনি উঠিল। তাদামৰ ভায়েক তাবুয়ে জিমি গাঁৱৰ মুৰব্বী মানুহ কেইজনমানক কেৰাওত বহিবলৈ মাতি আহিছিল। সেইমতে মানুহ কিজন আহি—সন্ধিয়াৰ লগে লগে কেৰাওত বহিল। দুয়োপক্ষৰ বক্তব্য শুনি কিবা এটা মীমাংসা কৰি দিয়াৰ দায়িত্ব তেওঁলোকৰেই। অৱশ্যে সেই মীমাংসা লওঁতে কোনো কোনো বিবাদৰ কেৰাং এদিন দুদিনকৈ কেবা দিনলৈকে চলিব পাৰে। বিবাদৰ কথা যিমানেই পুৰণি হয় কেৰাং সিমানেই দীঘলীয়া হৈ পৰে। বিবাদৰ কাহিনী কওঁতেই কেতিয়াবা এদিনো লাগি যাব পাৰে। সাক্ষী বাদীয়ে নিজৰ জবানবন্দী দিওঁতে কেৰাং দীঘল হৈ গৈ থাকে। প্ৰমাণ পত্ৰ দাখিল কৰোতে সময় আৰু দীঘলীয়া হৈ পৰে। তাৰ পিছত অভিযুক্ত পক্ষই নিজৰ বক্তব্য দাঙি ধৰে। সাক্ষীপ্ৰমাণ হাজিৰ কৰে তাতো সময় লাগে। তৃতীয় স্তৰত চলে তৰ্ক। তৰ্ক গৈ এটা সময়ত বাদানুবাদৰ স্তৰ পায়গৈ। কেতিয়াবা আনটো পক্ষই মিছা কোৱা বুলি ইটোপক্ষৰ মানুহে খঙৰ ভমকত চাওতে থুৱাই দিয়ে। কোনোবাজনে অলাধৰি আনটো পক্ষক খাবলৈ আগুৱাই দি বক্তব্যৰ সত্যতা প্ৰমাণ কৰিবলৈ চিঞৰে। কেতিয়াবা আকৌ কোনোবাজনে আনটো পক্ষৰ বক্তব্যক গৰিহনা দিবলৈ কেৰাওৰ মাজতে যপহ্ কৰে থিয় দি কথা কৈছেনে মোৰ এইয়া কৈছে--বুলি নিজৰ টিকাখন দেখুৱাই তাতে দুচাপৰ মাৰি কেৰাং এৰি গুচি যায়।

কেৰাওৰ মাজে মাজে আপং চলিয়েই থাকে। ই পক্ষৰ আপং সিপক্ষই খোৱাত বাধা নাই, যদিহে বিবাদত লিপ্তহোৱা পক্ষ দুটা আপং এবা এৰি ঘৰৰ মানুহ নহয়। একে বহাতে মীমাংসা নহলে কেইবালানিও কেৰাং বহে, ভিন্ ভিন্ সময় সুযোগত কোনো কেৰং মাহ আৰু বছৰ ধৰিও চলি যায়। গোষ্ঠী বা বংশত বিবাদৰ কেৰাং পুৰুষানুক্ৰমেও চলে। এক পুৰুষত শেষ নহলে পিচৰ পুৰুষে তাৰেই লেচেৰি বুলিলে। কেৰাং কৰি কৰি একো একোজন ব্যক্তি--একো---একোটা পৰিয়াল সৰ্ব-

শ্রান্ত হৈ গলেও পৰাজয় মানি লব নোখোজে। অঘৰী মানুহৰ হেকৰাবৰ্জে যেন একো নাই—যদি কিবা আছে সেয়া আত্মমৰ্য্যদা। বাদচাহ আকবৰৰ দিনতে চিতোৰ দুৰ্গ হেৰুৱাই অঘৰী হোৱা ৰাজপুত সৈনিকে তিনিশটা বছৰ অনাই বনাই ঘূৰি ফুৰিছিল যমমৰ চিতোৰ দুৰ্গ উদ্ধাৰ কৰাৰ প্ৰতিজ্ঞালৈ। গৰু গাড়ীত পৰিয়াল লৈ অনাই বনাই ঘূৰি ফুৰা তাহানিৰ এই ৰাজপুত সৈনিকৰ বংশধৰসকলক ভাৰতবাসীয়ে গাড়ীয়া লোহাৰ নাম দিছিল। লোকৰ দা-কটাৰী গঢ়ি দিয়া ব্যৱসায়কে তেওঁলোকে জীৱিকাৰ পথ কৰি লৈছিল, তথাপি উভতি যোৱা নাছিল চিতোৰ গড়লৈ। উভতি গৈছিল দেশ স্বাধীন হোৱাৰ পিচ হে। জৱাহৰলাল নেহৰুৰ নেতৃত্বত হাজাৰ হাজাৰ গাড়ীয়া লোহাৰে এদিন চিতোৰ গড়লৈ উভতি গৈ স্বাধীনতাৰ পতাকা উৰুৱাই তিনিশবছৰীয়া প্ৰতিজ্ঞাৰ অন্ত পেলাইছিল। আত্মমৰ্য্যদাৰ প্ৰতিজ্ঞা ইমানেই কঠোৰ আছিল।

—কি কৰলগীয়া আছে তাবুৱেই প্ৰথমে কওক বুলি বিচাৰ কৰোতা এজনে কেৰাং আৰম্ভ কৰিলে।

ডিঙিটো খেকাৰি নিজৰ বহা ঠাইৰ পৰা দুখোজ আগুৱাই আহি কেৰাগুৰ নিয়ম অনুযায়ী তাবুৱে মৰণ ঘৰটোৰ মাজ মজিয়াতে বহি ললে। নিজৰ কথা আৰম্ভ কৰি তাবুৱে কৈ গ'ল, সাতবছৰ আগতে তাদাম কিয় আহিছিল জিমি গাওঁলৈ আৰু তাকামে কিয় খুজিছিল তাদামৰ মেখোন। সেই মেখোন দিয়াৰ সময়ত কোনে কোনে দেখি-ছিল, কিমান ভাগৰ আছিল মেখোনটো ইত্যাদি পূৰ্বৰ সকলো কথা আৰু পিছলৈ দিয়া শেষ মেখোনটোলৈকে তাবুৱে সুব লগাই লগাই বিৱৰি ক'লে। মাজতে কৰবাত খোকোজা লগা যেন দেখিলে ডাটৌকিটাই পিচপিনৰ পৰা পোনাই দিছিল। মুখৰ কথা শেষ কৰি তাবুৱে চাৰি আঙুলমান দীঘল বাঁহৰ শলাকাঠি এমুঠি মোনাৰ পৰা উলিয়াই ললে। এডাল এডালকৈ শলা উলিয়াই চাওৰ ওপৰত পাৰি পাৰি তাবুৱে কৈ যাব ধৰে—এইটো প্ৰথমে দিয়া মেখোন। দ্বিতীয়ডাল থৈ ক'লে এইটো তাৰ পিচত দিয়া মেখোন। তৃতীয়ডাল থৈ কলে এইটো অমুকৰ হাতেৰে পঠোৱা মেখোন। এইটো এটা মতা গাহৰি, তেল ইমান আছিল —এই বুলি কৈ হাতৰ চাৰিটা আঙুলী একেলগে ধৰি দেখুৱাৰ। এইয়া নিগাকৰণৰ মনা শুকান মাছ চাৰি মুঠি..........এয়া দীঘল দা এখন......এইখন পুৰণি কাহঁৰ কাঁহি......এইডাল দীঘল অদি.....

এড়িয়া কাপোৰ, এইখন ········। এনেদৰে তাবুৰে এডাল এডালকৈ বাঁহ কাঠি থৈ থৈ বস্তু দিয়াৰ লেখ দেখুৱায়। প্ৰায় পঞ্চাশডাল কাঠি পাৰি পাৰি তাবুৰে এহি বহিয়েই আগুৱাই যায়। চাৰি হাতমান দূৰত গৈ কাঠি দিয়া শেষ হ'লে সি ক্ষন্তেক ৰয়। বেল আলিৰ ছিপাৰৰ নিচিনাকৈ শাৰী শাৰীকৈ পাতি থোৱা বাঁহ কাঠিবিলাকলৈ আঙুলীয়াই দেখুৱাই তাবুৰে মন্তব্য দিয়ে।

—ইয়াৰ এটা কথাও মিছা নহয়—এপদ বস্তুও কম নহয়।

তাবুৰ কথাবিলাক কেৰাওৰ মানুহে নিস্পলক ভাবে শুনে আৰু পাৰিথোৱা কাঠিবিলাকলৈ থৰ লাগি চাই থাকে। তাকামে কিবা কৰ নেকি বুলি তাবুৰে চাওঁতে তাকামে কিন্তু একো নামাতিলে। আঠু দুটাৰ ওপৰতে থুতুৰিটো থৈ তাকামে এটাটুকত বহি তাবুৰ কথাবিলাক শুনি থাকে আৰু পাৰিথোৱা কাঠি বিলাকলৈ ৰ' লাগি চায়। জিভাৰ গুৰিলৈকে খাইথোৱা ছ'টা মেথোনৰ মঙহে যেন তাৰ ডিঙিত সোপা দি ধৰে– উশাহ লবলৈকো টান পায়। কথানো ওলাব ক'ৰ পৰা! বাঁহ কাঠিৰ শাৰীটোলৈ চাই থকা তাকামৰ মনটোৱে তেতিয়া আকাক বিচাৰি ফুৰিছিল পাৰে ভুজে, হাবিয়ে বননিয়ে নৈয়ে, বামে।

...সাতবছৰ হ'ল ছোৱালীৰ দাম দি আদায় কৰা সাতবছৰ মাক-বাপেকৰ ঘৰত থাকি ছোৱালীয়ে খেতি কৰি দিলে তাতো একো মাত মতা নাছিল তাদামে। সাতবছৰ পিছত আজি ছোৱালী নিবলৈ আহিলো কিন্তু তাকামে ছোৱালী উলিয়াই দিব নোখোজে, এয়া কি ধৰণৰ কথা, কেৰাওে বিচাৰ কৰি দিব লাগে। আমাৰ কথা ইমানেই।

কথা শেষ ক'ৰি বাঁহকাঠিবোৰ বুটলি লৈ তাবুৰে নিজৰ ঠাইসে উভতি গ'ল।

—তাকাম তোমাৰ কি কবলগীয়া আছে এতিয়া কৰ পাৰা।

কেৰাওৰ নিৰ্দেশ পাই তাকামে ঢুকৰ পৰা উঠি আহি মাজমজিয়াত ৰহিল।

—কেৰাওৰ আগত মইনো আনকথা কি কম। তাবুৰে যিখিনি ক'লে সেই সকলো কথা মই মানি লৈছো। দিবলৈ পাবলৈ যি আছিল তাৰ কুটা এডালো বাকী নাই। সাত বছৰ মে'ৰ খেতি কৰি দিছে, সেই কথাও মই মানি লৈছো। কিন্তু তাবুৰে যে কৈছে ছোৱালী মই উলিয়াই দিবখোজা নাই বুলি, সেইটো হ'লে সঁচা কথা নহয়।

—সঁচা নহয় যদি এতিয়ালৈকে যে ছোৱালীৰ মুখেই দেখা নাপালো সেইটো কেনে ধৰণৰ কথা হ'ল? এই বুলি ভাটো এটাই পিচপিনৰ পৰা টেঁট টেঁআই উঠোতে তাবুৰে তাক বাধা দিলে।

—ছোৱালীজনী দুদিন হ'ল ঘৰত নাই। বিচাৰি চাইছো পোৱা নাই। কেইদিনমান সময় খুজিলো তাকো তাবুৱে দিব নোখোজে। মই কি কৰিব লাগে কেবাঙেই কওক।

তাকামৰ কথা শুনি মৰংঘৰটো কাইঁপৰি জীণ যোৱাৰ নিচিনা নিস্তব্ধ হৈ পৰিল। কেবাং শুনিব অহা মানুহৰ বহুতে বহুত ধৰণে ভাবিব ধৰে। তাবুহঁতে ভাৱে তাকামে সঁচা কথা কোৱা নাই, ভিতৰি কিবা আন কথাহে আছে। তিমি পাৰঁবাসীৰ কিছুমানে ভাৱে—বেচেৰা তাকাম নিৰূপায় হৈছে। বহুতে ভাৱে—দাম ঘূৰাই দিলেইচোন লেঠা চিগি যায়, আকাও ৰক্ষা পৰে।

মৰং ঘৰৰ সেই নিস্তব্ধতাৰ ওৰ পেলাই কেবাং কৰোতা কিজনৰ এজনে সকলোৰে শুনাকৈ তাকামক সুধিলে

—তাবুৰ কথা শুনিলো, তোমাৰ কথাও শুনিলো, তাবুৰ প্ৰতিটো কথা তুমি মানি লৈছা যদিও ছোৱালী কিয় উলিয়াই দিব পৰা নাই সেইকথা কেবাঙক স্পষ্টকৈ কব লাগে।

—কেবাঙৰ নিৰ্দেশ পাই তাকামে অনুৰোধ জনালে।

—মোক দুদিনমান সময় দিব লাগে।

—সময় কিয় দিব লাগে? আমি আহিম বুলি আগতিয়া খবৰ দি পঠোৱা নাছিলো নেকি?

—হয় তাবু, খবৰ আগতিয়াকৈ দিছিলা সঁচা। কিন্তু ছোৱালীজনীক বিচাৰি নাপালে মই উলিয়াই দিওঁ কব পৰা, তুমিয়েই কোৱাচোন।

—কুকুৰা নহয় যে হাবিত সোমাল, বিচাৰি নাপালা; গাহৰি নহয় যে গাঁতত পৰি মৰিল তুলিব নোৱাৰিলা। ঘৰৰ মানুহ ক'ত থাকিব পাৰে তুমি নাজানা নেকি? ছোৱালীৰ লেটি পেটি যদি কিবা আছে কেবাঙত কৈ দিয়া, লুকুৱাব লাগিছে কিয়?

—কিনো লেটিপেটিৰ কথা কৈছা তাবু? মুখত পৰি ছোৱালী দিছিলো বুলি টানকথাও শুনিব লাগিব নেকি? কথাকিটা তাকামে লাহেকৈয়ে ক'লে।

...অ' লাগিবতো। দাম খাইছা যেতিয়া ছোৱালী উলিয়াই দিবা তাৰ মাজত আকৌ কুটানিতো কিহ'ব?

কেৰাওলৈ আহোঁতে টানকথা শুনাৰ বুজিয়েই তাবুহঁতে কথাবাৰ্ত্তা আহিছিল। দুৰ্বলীৰ ওপৰত সবলীৰ জুলুম কোন সমাজতনো নাই? তাদাম তাবুহঁতো সম্পদ সম্পত্তিৰেই দাস। একণমানি সম্পদৰ মালিকী-স্বত্ব লৈয়ে সিহঁতৰ অসৰী জীৱনবোৰ ব্যস্ত। সমবেদনা বা সহযোগিতাৰ প্ৰশ্ন তাত কোনেনো তুলিব। তাবুৰ কথাই পৰিস্থিতি উত্তপ্ত কৰি তুলিব ধৰা দেখি কেৰাং কৰোতা কিজনে মধ্যস্থতা কৰিবলৈ সুযোগ বিচাৰোঁতে তাকামে উত্তৰ দিলে...

....ফুটানি কৰিছো বুজিয়েই যদি ভাবিছা হেনেহ'ল দামকে ওভো-তাই দিও লৈ যোৱা।

তৰ্ক বিতৰ্ক গৈ কাজিয়াৰ স্তৰত উপনীত হ'ল যেতিয়া, তাবুৱে তাকামক ইতিকিং কৰিলে—

—শিলকটা তানিয়া বংশৰ মানুহে আজিকালি শিলকাটিৰ নোৱাৰা হ'ল—নিজৰ কথাকে নিজে কাটি বং পায়।

তাবুৰ সেই কথা কিটাই মৰংঘৰৰ এচুকত বহি থকা তানিয়া বংশৰ অন্তিম পুৰুষ তাপৰ জিমিৰ কাণত বৰলৈ বিন্ধা দি বিন্ধিলে। কেৰাও শুনিবলৈ অহা বহুতে তাবুৰ সেই ইতিকিঙক ভাল নাপালে। আন কথাত ধৰিলেও পূৰ্বপুৰুষক লৈ ইতিকিং কৰাতো অশোভনীয় কথা বুলি বহুতে গুণ গুণাই উঠিল। দুজনমানে কেৰাওকে এৰি উঠি যাবলৈ ওলাল। এনেতে মৰঙ্ ঘৰৰ এচুকত তাপৰ জিমিয়ে থিয় দি উঠিল। তাপৰক উঠা দেখি হাই-উৰুমি নিতাল মাৰিলে। জিমি গাঁওবাসীয়ে ভাবিলে এতিয়া বা কি অঘটন ঘটে।

কিন্তু অঘটন ঘটোৱা অতীতৰ সেই তাপৰ জিমি যেন এতিয়া বহদূৰ দৌৰি অহা এক দুৰন্ত অশ্বৰ নিচিনা শ্ৰান্ত ক্লান্ত। গাতপৰা মাখিটোকো খেদাবৰ আগ্ৰহ হেৰুৱাই পেলোৱা পৰিশ্ৰান্ত অশ্বটোৰ নিচিনা তাপৰেও হেৰুৱাই পেলাইছিল প্ৰতিবাদ কৰাৰ আগ্ৰহ। অঘটন ঘটোৱাৰ পৰিবৰ্ত্তে জীয়াই থকাৰ সেন্দুৰীয়া আজিটো এতিয়াই বাৰ্দ্ধ নলৈ অতীতৰ এজাৰত হাত খেপিয়াই ফুৰি লাভ নাই বুলি তাপৰে বুজি পাইছিল। মিলাপ্ৰীতিৰে সমাজখনক বান্ধিব নোৱাৰিলে হাই-কাজিয়াই সিহঁতৰ অভাবগ্ৰস্ত সমাজখনত অশান্তিহে বঢ়াব বুলি ভাবি তাপৰে তাবুক শান্তনা দিলে—

—গাঁওৰ পৰা খাদি উলিয়াই মৰাশ'টোক খুচিলে সিটোৱে জানো মাতিব তাবু?

তাবুৱে সেই প্ৰশ্নৰ উত্তৰ নিদিলে। নক্ষত্ৰলগীয়া কথা এনাৰী কৈ পেলালে বুলি সিও বুজি পালে। তাক মনে মনে থকা দেখি বৃদ্ধ তাপৰ জিমিয়ে বুজনি দিলে।

—ভুঁইকপে খহাই পেলোৱা পাহাৰখন তইয়ে মইয়ে কেতিয়াও পুৰাব নোৱাৰিম তাবু! তত্তা পাহাৰখনতে ঠাই সলায় আমি সকলোৱে থাকিব লাগিব।

এই বুলি কৈ তাপৰ জিমি ৰহিল। তাবুক কথাষাৰি কওঁতে পঞ্চাচ চনৰ বৰভুঁইকপৰ কথা তাৰ মনত পৰিল। সেয়া বাৰ বছৰ আগৰ ঘটনা। গাওঁ ভুঁই উচ্ছন্ন কৰা সেই বৰভুঁইকঁপৰ সময়ত সি গাৰ্ভত নাছিল। দুদিনৰ বাটত হাবিত পাতি থৈ অহা হাৰণা চিটিকাবিলাকত কিবা পৰিলনে বুলি সি চাবলৈ গৈছিল। লগত কোনো নাছিল—অকলেই গৈছিল। ভয় বুলিবলৈ অকল সিহঁতৰ ঈশ্বৰ "ডনি পলু" কেই তাপৰে ভয় কৰে। মন্দিৰ নাই, মছজিদ নাই, গীৰ্জা নাই, তথাপি যেন সিহঁতৰ 'ডনি-পলু' কৰবাত আছে সিও জানে। ধৰ্ম দিবলৈ পুজাৰী নাই, বেদ বেদান্ত পঢ়ি শুনাবলৈ গোসাই, মহন্ত নাই। তথাপি তাপৰ যেন এক আজীৱন ভক্ত। কোৰাণৰ হদিচ শুনাবলৈ, কলমা পঢ়াবলৈ মোল্লা মৌলবী নাই, তথাপিও যেন, তাৰ মনটোৱে সদায় কয়—হে মহান তুমি আছা, যʼত হলেও তুমি সদায় আছা; তুমি বিনে যে সকলো মিছা। গীৰ্জা ঘৰৰ দেওবৰীয়া ঘণ্টা ধ্বনীৰ মধুৰ আহ্বান সি নুশুনিলেও —বৰ্ষা ঋতুৰ মেঘ গৰ্জনে, বিজুলীৰ চিকমিকনিয়ে আৰু ধুমুহাৰ হোঁ হোৱনীয়ে যেন তাপৰক সদায় মনত পেলায় দিয়ে মই আছো, মই আছো, মই সৰ্বত্ৰ ব্যাপি মইয়ে আছো, তোমাক, মই সদায় চাইছো।

পাতিথোৱা প্ৰথম চিটিকাখনৰ ওচৰ পাওঁতে নাপাওঁতেই এটা গভীৰ গুম গুমনি শব্দ যেন ক্ৰমে তাৰ ওচৰ চাপি আহিব ধৰিলে। সেই শব্দৰ লগে লগে দূৰৈত হোৱা এক ভয়ঙ্কৰ বিস্ফোৰণৰ শব্দ শুনি সি থমকি ৰৈ গʼল। গুম গুমনি শব্দ ওচৰ চাপি অহাত ডাঠ হাবিখনৰ ওখ ওখ গছবিলাক হালি জালি মাটিত বাগৰি পৰাযেন সি দেখা পালে। কোনোবাই যেন হঠাতে ঠেলামাৰি তাকো মাটিত বগৰাই দিলে। সি জাপমাৰি থিয় দি উঠিল যদিও কোনোবাই যেন তাক আকৌ বগৰাই পেলালে। গছ-বিৰিখ, শিলমাটি সকলোৱে ওচৰৰ এখন পাহাৰৰ একোৱা খহি পৈ ছিন্নভিন্ন পৰিব ধৰা তাপৰে দেখা পালে। চিটিকাখনো

পাহাৰখনবো একালে জাহে লাহে খহি পৰা দেখিবলৈ পাই সি ভাবিলে পৃথিৱীখন কিজানি সিদিনাই শেষ হৈ যাব।

তিনিদিন পিচত শুকাই খিনাই সি যেতিয়া জিমি গাওঁলৈ উভতি আহিছিল তেতিয়া গাওঁখন তাত নাছিল। গাওঁখনৰ একাল অংশ ভূমি স্খলনত জাহ গৈছিল। লগতে জাহ গৈছিল পাঁচটা ঘৰ আৰু বাৰটা পৰিয়াল। বাকীখিনি মানুহে আঁতৰি গৈছিল আন নিৰাপদ ঠাইলৈ। এতিয়াৰ জিমিগাওঁখন নতুন—সাগৰখন অগাধ হাবিয়ে গিলিলে। তাত গাঁওৰ মানুহে জুমখেতিও নকৰে—চিকাৰ কৰিবলৈকো নাযায়।

বাৰবছৰ আগৰ সেই কথাখিনিলাক তাপৰ জিমিৰ মনত পৰিল লগতে মনত পৰিল প্ৰগতিৰ প্লাৱনে খহাই নিব ধৰা সমাজ ব্যৱস্থাৰ অলাগতিয়াল ৰীতিসমূহ। সমাজখন আৰু সমাজৰ জীৱনধাৰাবিলাক তাৰ চকুৰ আগতে ৰাগ সলাব ধৰা সি দেখা পাইছে। বেছি দিনৰ কথা নহয়, মাত্ৰ দহটা বছৰৰ কথা। সদৰ ঠাই জিমি গাঁৱৰ পৰা চাৰি দিনৰ বাট। সেই ঠাইখিনি দহটা বছৰ আগতে ভাঠ তৰাণি আছিল। গাঁৱৰ মানুহে তাত মেথোন বাণিছিল। এতিয়া নগৰ হ'ল। তাতে এতিয়া মটৰ গাড়ী চলে, বিজুলী চাকিও জ্বলে। নিশাৰ এন্ধাৰত সদৰৰ বিজুলী চাকিবিলাক জ্বলি উঠিলে পৰ্বতৰ ওখত থকা জিমি গাঁৱৰ পৰা সেইবোৰ দেখা পায়। প্ৰথমে ভয় লাগিছিল এতিয়া ভাল লগা হ'ল। তাপৰে আকৌ ভাবে ফটা বস্তা গাত মেৰিয়াই ফুৰা সেই মানুহবিলাক কেনি হেৰাল, যিবিলাকে হাতৰ তলুৱা চেলেকি নিমখ চেনি খুজিছিল? সেই মানুহবিলাকনো কেনি গুছি গ'ল যিবিলাকে ঠেঁটুৱা লগা আৰৰ হাত সাৰিবলৈ বাঁহৰ চুঙাত তুঁহ জুই ভৰাই তল পেটত ওলোমাই লৈ ফুৰিছিল? ধনৰ অভাৱত মেথোন দিব নোৱাৰি দাং বৰলা হৈ থকা সেই ডেকাসকলৰ এজনোচোন আজি কালি নেদেখা হল। সিহঁতৰ জেপে জেপে এতিয়া নুৰা নুৰি নোট টকা—বাচি বাচি সিহঁতে ছোৱালী লব পৰা হ'ল দেখোন! খৰ খজুৰতিৰে খাই মৰা আগৰ সেই ল'ৰা-ছোৱালীবিলাক আজি-কালি নোদোকা নোদোক হ'ল। শাৰী পাতি সিহঁতক স্কুলগলিৰবলৈ যোৱা দেখিলে হাতৰ কাম এৰি সিহঁতকে চাই থাকিবলৈ মন যোৱা হ'ল কিয়?

বিবৰ্তনৰ এই দৃশ্যবিলাক বুজাবলৈ তাপৰ জিমিৰ ভাষা নাছিল, ভাবহে মাত্ৰ আছিল। অতীত আৰু বৰ্তমান এই দুয়োটা যুগক মিলাই

তাপৰে তাবুক বুজালে—

...ভুঁইকঁপে খহাই পেলোৱা পাহাৰখন তয়ে ময়ে পুৰাব নোৱাৰিম তাবু......ভঙা পাহাৰখনতে ঠাইসলাই আমি থাকিব লাগিব।

—তেনেহলে তুমিয়েই কোৱাচোন আৰো তাপৰ, মই কি কৰিব লাগে।

তাবুৰ সেই প্ৰত্যাহৱানত তাপৰে একো উত্তৰ নিদি মনে মনে থাকিল। কাৰণ সি কেৰাং শুনিবহে আহিছে, মীমাংসা দিবলৈতো তাক মতা হোৱা নাই। তাপৰক নিমাত দেখি কেৰাং কৰোতা এজনে মতামত দাঙি ধৰিলে।

—এৰা, তাপৰে এষাৰ ক'লে আমি সকলোৱে ভাগ্ৰ পাম।

কেৰাং কৰোতাৰ সেই আহ্বানত সঁহাৰি দি তাপৰ জিমি আকৌ উঠি থিয় দিলে। স্বভাৱসুলভ গাম্ভীৰ্য্যভাৱে নিজৰ মতামত দাঙি ধৰিলে।

—এটা খেতি পোকে খালে, আনটো খেতিলৈ মানুহ অপেক্ষা কৰে— শুকাই নমৰে। হাখিৰ তাচে তাৰে খাই হলেও আনটো খেতিৰ সময়লৈকে ধৈৰ্য্য ধৰি থাকে। তাকামে দাম লৈছে যেতিয়া হয় ছোৱালী দিব লাগিব নতুবা জৰিমনা সহ দাম ওভোতাব লাগিব। গতিকে তাকামক এবছৰৰ সময় দিব লাগে আৰু তাৰ বাবে কেৰাঙে বিচাৰিলে মইয়ে বন্ধক হৈ থাকিম।

হৈ হৈ কৰি উঠিল, কেৰাঙ শুনিবলৈ অহা সকলো মানুহ। সিহঁতে জানে তাপৰৰ কথাৰ কোনো সালসলনি নহয়। কেৰাং কৰোতা ভাবিলে তাপৰৰ মীমাংসাতৈ ° আনকোনো মীমাংসাৰ প্ৰতি তাবুৱেও সমৰ্থন জনালে।

--ঠিক আছে এটা বছৰলৈ আমি অপেক্ষা কৰিম বাৰু। অহাটো বছৰৰ এইটো দিনতেই আমি ছোৱালী নিবলৈ আহিম, সেই কথাৰেন কোনেও নাপাহৰে।

কেৰাঙৰো তাতে অন্ত পৰিল। কেৰাং কৰোতাসকলক মান ধৰিবলৈ তাবুৱে টকা এশ উলিয়াই চাঙৰ ওপৰত থওঁতে কেৰাং কৰোতা কিজনে মুখ ঘূৰাই ললে। টকা কিটা সিহঁতে হাতেৰে নুচুৱা দেখি ভাটৌ কিটাৰ সতে ফুচ্ ফুচাই কিবা কথা পাতি আৰু কুৰিটা টকা আগৰ ঠাইতে থলে।

—হেৰো হেৰো, বুলি এজনে টকা ছয়কুৰি যেতিয়া হাতত তুলি ললে তেতিয়াই কেৰাঙ ভাগিল। জ্বলি থকা জুইকুৰাৰ পৰা একোতাল জ্বলাখৰি হাতে হাতে লৈ সকলোৱে মৰঙ ঘৰ এৰিলে। বাহিৰত তেতিয়া ঠেটুৱা কৰা মাধমহীয়া জাৰ।

--ভাতে আউসীৰ ঘোপ মৰা এন্ধাৰ।

## ১৩

জিমি পাঁৰত যেতিয়া কেৰাং চলি আছিল তেতিয়া ৰতন কাকতি তাৰ নিজাঘৰত। আগদিনা ঘৰ আহিপোৱা ৰতনক লৈ মাক বাপেকৰ আনন্দৰ যেন ওৰ নপৰে। এটা বছৰৰ মূৰকত ঘৰলৈ উভতি অহা ল'ৰাটোক কি খুৱাব কি পিন্ধাব বুলি ঘৰখনৰ তৰ্পণ নোহোৱা হয়। পুৱাতে বাপেকে চাইকেলখন লৈ ছয় কিঃ মিঃ নিলগৰ দেওবৰীয়া হাট-খনলৈ বুলি পেদেল মাৰিলে। মাকে উঠি ৰাজহুৱা পুখুৰীটোৰ পৰা পানী আনিবলৈ য ওঁতে পুখুৰী পাৰতে আন গৃহিণীসকলৰ সতে মেল মাৰে।

—ৰতন বোলে আহিল বাইদেউ?

—আহিল কোনোৰকমে। এটা বছৰ নাযায়-নুপুৱাই যেন লাগি আছিল।

—শকত আৰত হৈছেনে?

—তাৰ গাতনো মঙহ ধৰিবনে কেতিয়াবা; তোমাৰো যে কথা! কথাপাতি দুয়ো হাঁহিব ধৰে! মাকৰ মন—কেতিয়াও তৃপ্ত নহয়। মন্ত্ৰী হলেও মাকৰ মনত গৰ্ভজাত সন্তান যেনেদৰে কেঁচুৱা হৈয়ে থাকে তেনেদৰে পেট ভৰাই ভোঃৰাকা হ'লেও মাকৰ চকুত যেন ল'ৰাটো কিৰ্কিৰিয়া পৰিয়েই ৰয়। সেয়া ভ্ৰম নহয়—মাতৃত্বৰ এক আদিম অনুৰাগ। আপত্যস্নেহেৰে কেঁচুৱা কৰি বান্ধি ৰখাৰ এক চিৰন্তন ইচ্ছা।

—হিমালয়ে বগোৱা আমাৰ ৰতন বোলে ঘৰ আহি পালে হয়নে বাইদেউ? আন এগৰাকীয়ে শুধিলে।

—নকবা আৰু, কিনো সোণৰ লঙ্কাত সীতা উদ্ধাৰ কৰিবলৈ গৈছে সিহে জানে। যিহে বোলে একোখন পাহাৰ থিয়ই থিয়ই উঠি যাব লাগে,—এখোজ পিচলিলে বোলে একেবাৰেই পাতাল। কথাবোৰ শুনি পেটতে হাতভৰি লুকাব খোজে বুইছানে!

—দেহিঐ দেহি কত'নো মৰো এতিয়া। পাণ এখিলা পাৰিবলৈ জখলাখনত উঠিবলৈ ভয়ত পেপুৱা লগা ল'ৰাটোৱেনো পাহাৰখন কেনেকৈ বগায়, হয়নে বাইদেউ?

জানো পায়! কথাবোৰ শুনি তাক আৰু যাবলৈ দিবৰ সত নোযাৱা হৈছে, জানানে!

এনেদৰে বিভিন্ন গৰাকীৰ বিভিন্ন প্ৰশ্নৰ উত্তৰ দিওঁতে ৰতনৰ মাকে পুখুৰী ভাৰতে এপৰ বেলি কৰে। মাকৰ মন—পুতেকৰ কথা দহজনে সুধিলে ভালো পায়, উত্তৰ দিয়ো আমনি নাপায়। সেয়েনেকি মাতৃত্বৰ তৃপ্তি। গৰ্ভজাত সন্তানটো হাজাৰৰ মাজত এজন হওক তাকেই বিচাৰে-নেকি মাতৃমনে? লক্ষ্যজনে ঘূৰি ঘূৰি চাব—জন্মদানৰ সেয়ে নেকি চৰম সাৰ্থকতা?

আনহাতে ৰতন ঘৰ আহি পোৱাৰ প্ৰথম মুহূৰ্তৰ পৰাই ৰেৱতীয়ে ককায়েকৰ গাত জোক্ লগাদি লাগি পৰিল। খাওঁতে শোওঁতে, উঠোঁতে বহোঁতে ককাইদেউ ককাইদেউ বুলি হাই উৰুমিৰে ৰেৱতীয়ে ঘৰখন লম পমাই তুলিলে। প্ৰথম দিনা ককায়েকৰ সন্মুখত ওলাবলৈ তাই যেন সঙ্কোচ কৰিছিল। এবছৰত তাইও বহুত সলনি হ'ল। পাটগাভৰুৰ লাজে যেন তাইক আগৰ নিচিনাকৈ সঙ্কোচৰ দেওনাখন জপিয়াই পাৰ হোৱাত বাধা দিলে। প্ৰথমতে ককায়েকক তাই ৰেৰৰ জোলোঙাৰে চালে। তাৰ পিচত অলপ ওচৰ চাপি দুৱাৰৰ ফাকেৰে চাই লৰ মাৰিলে।

—:কনেখন কৰিছ ৰেৱতী? কিনো লাজটো লাগিছে তোৰ। মুখ হাত ধুবলৈ পানী দিলিনে নাই?

মাকৰ ধমক্ খাই ৰেৱতীয়ে পানীৰ লোটাটো পিৰালীত থৈ তাৰ ওপৰত গামোছাখন ৰাখি……ককাইদেউ পানী দিলো, হাত মুখ ধোৱা! এই কথাখিনিকে উশাহ বন্ধ কৰি কৈ ৰেৱতীয়ে খিল খিলাই হাঁহি একে দৌৰে মাকৰ ওচৰ পালেগৈ। ৰেৱতী ৰেৱতী বুলি ৰতনে ভনীয়েকক বিচাৰি ৰান্ধনীঘৰৰ দুৱাৰৰ চুকত বিচাৰি পাই হাতত ধৰি টানি আনিলে।

—চাচোন তোলৈ কি কি আনিছো—বুলি কৈ পোৱা কোঠালৈ টানি লৈ গ'ল। বাকচৰ পৰা এবিধ এবিধকৈ বস্তু উলিয়াই তাইৰ হাতত দিলে।

—এইখন পৰ্বতৰ ছোৱালীয়ে গাত লোৱা চাদৰ। এইডাল ভিভিত পিন্ধা মণিৰ মালা। এইয়া সিকি পইচা লগোৱা চুলিত মৰা কাঁটা। তই ভাল পোৱা এইটো লক্ষ্মীবিলাচ তেলৰ বটল। চাও অলপ লগাই দিও বুলিকৈ ৰেৱতীৰ তালুত অলপ তেল সানি দিলে। তাই আপত্তি কৰে কিন্তু ৰতনে নামানে। এইটো হিমানীৰ বটল বুলি কৈ অলপ হিমানী ৰেৱতীৰ গালত সানি দিলে। ৰেৱতীয়ে হাঁহে, ৰতনে হহুৱাই। ককায়েক ভনীয়েকৰ ৰং-ধেমালীয়ে মাক-বাপেকৰ মন পাতলাই তুলি-

সেও অৱৰাত যেন অলপ বেদনা অনুভৱ কৰে। মাকে হয়তো ভাবে যে সেহৰ এই ভোল চিন্তি থৈ ৰেৱতী এদিন ঘৰ এৰি গুচি যাব লাগিব। বাপেকে হয়তো ভাবে যে ৰেৱতী গুচি গ'লে ঘৰখন উকভা হৈ পৰিব।

ৰং-ধেমালীৰ মাজেৰে দেৰটামান মাহ কেনেদৰে পাৰ হৈ গ'ল সেই কথাৰ উমান ঘৰখনৰ যেন কোনেও নাপালে। চাকৰিলৈ উভতি যোৱাৰ দিন যেতিয়া ওচৰ চাপি আহিল তেতিয়া বিষণ্ণতাই আনন্দমুখৰ ঘৰ-খনক জুমুৰি দি ধৰিলে। দেউতাক সদা কাকতিয়ে ভাবিলে পুতেক ডাঙৰ হৈ উঠিছে যেতিয়া কিবা এটা কৰিবই লাগিব। নিম্নমধ্যবিত্ত পৰিয়ালৰনো আন কি গতি আছে। তথাপি সদা কাকতিয়ে পুতেকক এবাৰ কৈ চালে।

—পাৰ যদি ওচৰে পাজৰে এটা চাকৰি বিচাৰি চা। দুটা টকা কম পালেও ঘৰখন চাব পাৰিবি।

ৰতনে ভাতখাই থাকোতে দেউতাকে নুশুনাকৈ মাকে ক'লে—

....ক'ত যে থাক, কিনো খাব এইবিলাক কথা ভাবিলে নিশা টোপনি নধৰে। দিনবোৰ যেন পাৰ হ'ব নোখোজে।

—তুমিও যে আৰু, মা এনেয়ে কিয় চিন্তা কৰা। চাকৰি কৰা ভৈয়ামৰ মানুহ তাত বহুত আছে দেখোন;

ওচৰতে পিৰাত বহি ভাত খাই থকা ৰতনৰ মুখলৈ একেথিৰে চাই থকোতে মাকৰ চকু চলচলীয়া হৈ পৰে। দুটা নিশাৰ পাচতে পুতেক গুচি যাব বুলি মনত পৰাত বুকুখন চিৰিংকৈ উঠিল।

—তাতহেনো হস্পিটাল নাই; ডাক্টৰ নাই, ঔষধো নাপায়।

—কোনেনো ক'লে মা ?

—দেউতাৰে।

—দেউতাই কথাবোৰ এনেয়ে বঢ়াই কয়।

মাকৰ অবুজ মনক সান্ত্বনা দিবলৈ বিচাৰে যদিও ৰতনে জানে সেয়া ত'ৰ মিছা সান্ত্বনা। চিকিৎসা আৰু ঔষধৰ অভাৱত কিমান মানুহ এতিয়াও তাত মৰে; সেই কথা ৰতনে মাকক নকলে। এবাৰ নিজে মেলেৰীয়াত পৰি কত নিশা মাকৰ কথা ভাবি সি কান্দিছিল সেই কথাকো লুকুৱাই থলে। তাপৰে সদৰলৈ মানুহ পঠিয়াই ঔষধ অনাই দিনে ৰাতিয়ে তাৰ কাষত থাকি শুশ্ৰূষা নকৰাহেঁতেন সেই মেলেৰীয়াই যে

তাৰ বাবে কাল হ'লহেঁতেন সেই কাহিনীও মাকক নক'লে। একেশদিনৰ মূৰত স্বৰ শাম কাটিলত আকাই ইটো সিটো আনি থুৱাই, হাতত ধৰি খোজকঢ়াই বতনক যেনেদৰে আলপৈচান ধৰিছিল সেই ৰহস্যবো ভেদ ভাঙি নিদিলে।

—চিঠি এডুখৰি পাবলৈকো কিমানদিন লাগে ভাবি নাচাৰ কিয়। এবছৰত তিনিখন চিঠিৰে মনৰ চিন্তা জানো দূৰ হয়? এই বুলি কৈ পিৰালীলৈ গুলাই গৈ মাকে আঁচলৰ চুকটোৰে চকুলো মচিলে।

—কি কৰিবা মা, ডাকঘৰ তাত এতিয়া হৈছেহে মাত্র। লাহে লাহে সকলো ভাল হব চাবা।

আনহাতে ককায়েক মাব বুলি ৰেবতীৰ চিন্তাবোৰ কিন্তু সম্পূর্ণ বেলেগ। ককায়েকৰ শুশ্রুষাহানি খিনি যতনাই দিয়াতে তাই ব্যস্ত হৈ পৰে। ৰতনৰ কাপোৰ-কানিখিনি যতনাই চ্যুটকেচত ভৰাওঁতে এবাৰ তাই চক্‌খাই উঠিল। সেয়া ৰতন যোৱাৰ আগনিশাৰ কথা। নিশা ৰতনে দদায়েকৰ ঘৰলৈ ভাত খাব গৈছিল। কাপোৰ ভৰাই থকা ৰেবতীয়ে চ্যুটকেচৰ পৰা ফটো এখন হাতত তুলি লৈ পিত্‌ পিতাই চাব ধৰিলে। অসমীয়া ছোৱালী নহয় যেন লাগিল তাইৰ। বহুত সময় ধৰি উচ্‌ পিচাই থকাৰ পিচত এবাৰ কথাটো মাকক কৈয়ে পেলালে।

—ককাইদেউৰ বাকচত এইখন কাৰ ফটো মা?

—চাওঁ কি ফটো। এইবুলি মাকেও ফটোখন চালে। কিৰাকিৰি ভাবি ফটোখন আগৰ ঠাইতে থৈ আহিব ক'লে। নিশা ৰতনৰ দেউতাকক কিন্তু কথাটো কাণচোৱাবলৈ নাপাহৰিলে। শুনলৈ লৈ দেউতাকে মথোন মন্তব্য দিলে—

—ৰেবতীৰ বিয়াখন হৈ গ'লে ৰতনবো বিয়াখন পাতি দিব লাগিব। অলপ ৰৈ আকৌ সুধিলে—বসন্ত বৰুৱাৰ ছোৱালীজনী এতিয়া কিমানত পঢ়ে?

—মেট্রিক দিব নেকি এইবাৰ।

পিচদিনা চুটি শেষ কৰি ৰতনে চাকৰিত যোগদান কৰিবলৈ ঘৰ এৰি গুছি আহিল। মাকে দুৱাৰদলিত থিয় দি চকুৰে দেখালৈকে ৰতনলৈ চাই থাকিল। মাকৰ হাতত ধৰি ৰেবতীও কাষতে থিয় দি আছিল। দেউতাকে বাচস্টেণ্ডলৈকে পুতেকক আগুৱাই থলে। কিন্তু কোনেও নাভাবিলে বা ভাবিবলো অৱকাশ নাথাকে যে ৰতন কাকতি আৰু উত্তৰ নাহে।

১৪

ইপিনে আকাই অনিশ্চয়তাৰ দিনবিলাক পাৰ কৰি যাবলৈ একণ-মানি ঝুমখেতিভৰাতে নিজক ব্যস্ত কৰি ৰাখিলে। মাকে সিজায় দিয়া আলু কচু অলপ খাই পুৱাতে তাই দুই কিলোমিটাৰ নিলগৰ ঝুমখেতিভৰালৈ গুচি যায়। আবেলি হলে এবোজা খৰি পিঠিত পেলাই লৈ তাই ঘৰলৈ ওভতে। সেয়া তাইৰ প্ৰতিদিনৰ কাম; অলপো হেৰফেৰ্ নকৰে। তাইযেন জীৱনৰ গতিশীলতাক হেৰুৱাই পেলাইছে। দেউতাকে ভাল দৰে কথা নাপাতে, মাকেও কবলগাখিনিহে মাত্ৰ কয়। গাঁৱৰ মানুহে বেৰাহীকৈ চায়; আৰু লগৰ সমনীয়া ছোৱালীজাকেও যেন তাইৰ সান্নিধ্যৰ পৰা আঁতৰি থাকিব বিচাৰে। তাই যেন এক সামাজিক অপৰাধ—এটা অচিন ব্যাধি। তথাপিও তাই নিৰ্বাকভাৱে প্ৰতিদিনৰ কাম নিয়াৰিকৈ কৰি যায়। কাকো নামাতে—কলৈকো নাযায় আৰু ক'তো নাহাঁহেও। সকলো উপেক্ষা, অৱহেলাৰ, নিৰাশতাৰ মাজত তাইৰ এক-মাত্ৰ সান্ত্বনা বৰদেউতাক তাপৰ জিমি। তাপৰে লগ পালেই ঘৰলৈ মাতি নি তাইৰ লগত কথা পাতে, মৰম কৰে আৰু নানান ধুহুতীয়া কথাৰে তাইক হঁহুৱাই। তাইও থাকিব নোৱাৰি হাঁহি দিয়ে।

জানিচ, এবাৰ গোটেই গাওঁখনৰ ভেকাজাক লৈ পহু মাৰিব গলো। পহু থকাৰ উমান পাই হাবি এডোখৰ আগুৰি লৈ কুকুৰ লগাই দিলো। কুকুৰে পহুখেদি অনাৰ পম ধৰি এঠাইত থাপ লৈ থাকিলো। অলপ পিচতে মতা সুগৰি এটাই ভতংকৰে মোৰ আগত ওলাই পৰাত হাতৰ কাঁড়ভাল লগে লগে এৰি দিলো। দুই চকুৰ মাজত কাঁড়ভাল কপালত সোমাই পৰিল। খেদি অহা কুকুৰৰ মাত সলনিহোৱাত বুজিলো পহুটো পৰিল। অলপ দূৰগৈ পৰি থকা পহুটোলৈ চাই বুজিলো, মোৰ কাঁড়পাট লাগিয়েই মৰিল। মুকলিলৈ টানি আনি দেখিলো পেটত আৰু এডাল কাঁড়। আনডেকা ল'ৰাবোৰ ওচৰ চাপি অহাত সিহঁতৰ এজনে ক'লে পেটত লগা কাঁড়পাট তাৰ বুলি। পহুটো কাৰ কাঁড় লাগি মৰিল সেই কথাৰ তেতিয়াই মীমাংসা নহ'ল। আবেলি গাঁৱলৈ উভতি অহাৰ পিচত মুখীয়াল মানুহসকলে পহুটো সমানে দুভাগ কৰি এভাগ মোক দিলে আৰু আনটোভাগ সিজন ভেকাক দিলে। মোক শিং থকা ভাগ দিলে

আৰু সিজনক নেজ থকা ভাগটো দিলে। গাঁৱৰ মানুহেই কাটি বাটি সকলোকে সমানে ভগাই দিলে। এতিয়া ক'চোন আমাৰ দুয়োৰে ভিতৰত কোন জিকিল?

—কোন জিকিব—দুয়ো সমান হলা। আকাৰ মীমাংসা শুনি তাপৰে চেক চেকাই হাঁহি ক'লে—

—ধেৎ আকৰী—মইহে জিকিলো।

—কেনেকৈ?

—কিয় শিংটোজানো মোৰ ভাগত পৰা নাছিল।

এনেদৰে নিৰাশাৰ মাজতো আকাই বৰ দেউতাকৰ সান্নিধ্যৰ মাজতেই আনন্দক অলপ হলেও যেন বিচাৰি পায়। ঘৰত তাইৰ অকণো মন নবহে। ঝুমখেতিডৰা পালেই তাইৰ যেন মনটো পাতল হৈ পৰে। লহ্ পহকৈ বাঢ়ি আহিব ধৰা মেক্সিকান হাইব্ৰিদ মাকৈডৰালৈ তাই মৰম লগাকৈ চাই থাকি ভাল পায়। ওচৰতে বহি দীঘল সেউজীয়া পাতবিলাকত তাই আঙুলী ফুৰাই দিয়ে। নিৰ্বাক মাকৈ পুলিবিলাকৰ মাজতো যেন আকাই প্ৰাণৰ স্পন্দন বিচাৰি পায়। নাৰীৰ সৃষ্টিকামী অনুভূতি যেন কৰ নোৱাৰাকৈয়ে তাইৰ মাজত মূৰ্ত হৈ উঠে।

নীলা আকাশ চুই থকা বৰফাবৃত্ত গিৰিশৃংগবিলাকৰ মনোমোহা। দৃশ্য আৰু সেউজীয়া খেতিডৰা চাই থাকোতে ফিৰ্ ফিৰিয়া মুক্ত বতাহ-জাকে কেতিয়াবা তাইৰ চুলিকোচা আউলী বাউলী কৰি পেলালে। আউলী বাউলী চুলিকোচা খোপা বান্ধিব ধৰোতে আকাৰ মনত পৰিল কোনোবা নিশা এটিৰ কথা। চাৰে অসমীয়া পনুং গাই থাকোতে সমজুৱা পনুং নাচৰ জুইকুৰাৰ চাৰিও পিনে ঘূৰি ঘূৰি তাই হাঁহি হাঁহি নাচিল সেই কথা মনত পৰাত সেই গীতৰ দুটা মান কলি তাই গুণ গুণাই উঠিল—

মৰম লাগিছে...
তোমাক দেখি আজি কিয়,
মৰম লাগিছে।
ৰঙাচোলা পিন্ধা বাবে,
মৰম লাগিছে।
তুমি দিয়া আপং খাই,
মৰম লাগিছে।

গুণ গুণাই গীত গাই আকা লাহকৰে হঠাৎ খেতিৰ টঙী ঘৰটোলৈ

বুজি লৰ মাৰি গুছি গ'ল ? অৰুণমালি চাংঘৰটোৰ পিচপিনে থকা মধুৰ খুটিভালৰ কাষত থিয় দি এঙাৰ এটুকুৰাৰে আৰু এটা চিন দি তাই গণিব ধৰিলে—

এক,
দুই,
তিনি
......
......
দহ
......
বিশ
......
চল্লিশ

আৰু পাঁচদিন বাকী। চাৰ আহিবলৈ আৰু পাঁচদিন মাত্ৰ বাকী আছে বুলি কৈ তাই অকলে অকলে হাতচাপৰি বজাই খিল খিলাই হাঁহি দিলে। চাৰ আহিবৰ দিনা তাই অকলে গৈ দলঙৰ সিপাৰে উৰিয়ামজোপাৰ তলত মনে মনে বৈ থাকিব; চাৰ আহি ওচৰ পালে তাই শিলগুটি এটা দলিয়াই দিব......চক্‌খাই চাৰ বৈ যাব......কল্পনাৰ মধুৰতাই আকাৰ মন উৰিযাব ধৰা বগামেঘৰ চপৰাবিলাকৰ নিচিনাকৈ দূৰ দিগন্তৰ পিনে উৰুৱাই লৈ গ'লে। তাই ৰীতি-নীতিক পাহৰি পেলালে।—সমাজৰ কটকটিয়া বান্ধোনকো গচকি থৈ আগবাঢ়ি যাব ধৰিলে। তাই ভাবে ৰতন কাকতিৰ পৰা তাইক আঁতৰাব পাৰিব অকল মৰণে।

—আই বোপাই, সমাজ, ৰীতি-নীতিয়ে নোৱাৰে আৰু নোৱাৰে তাদামে।

# ১৫

চুটি শেষ কৰি ৰতন কাকতি যেতিয়া সদৰলৈ উভতি আহিল তেতিয়া বহুত পৰিবৰ্তন তাৰ চকুত পৰিল। সদৰৰ একাষে থকা দীঘল কঁহুৱানীভৰা এতিয়া আৰু নাই। সেইখিনি ঠাইতে সাজি উলিয়াইছে এখন অস্থায়ী বিমান অৱতৰণ পথাৰ। সেই পথাৰৰ ওচৰতে শাৰী শাৰীকৈ তৰা সেউজীয়া তম্বুবিলাক চকুত পৰাত তাৰ মনত শঙ্কা ওপজে। দলে দলে চিপাহী সীমান্তৰ ফালে আগবাঢ়ি যোৱা দেখি ৰতনে ভাবে সিওতো সেই-পিনেই যাব লাগিব। জিমি গাওঁ সদৰৰ পৰা তিনিদিনৰ বাট। তাৰ পৰা আৰু ছয়দিনৰ বাট গ'লে তিৰ্ব্বত সীমান্ত পায়। ভৈয়ামৰ বাতৰি কাকতত পঢ়ি অহা সীমান্তৰ অশান্তিৰ তেনেহলে মিছা নহয় বুজি সি পতিয়ন যায়। এনেতে কেইখনমান পৰিবহনকাৰী মিলিটাৰী লৰি, মটৰ তাৰ সন্মুখেৰে গোঁ:গোৱাঁই গুছি যোৱা সি দেখিবলৈ পালে। তিৰপালেৰে ঢাকি নিয়া লৰি মটৰ কিখনত কি আছিল সি ধৰিব নোৱাৰিলে যদিও পিচপিনে বান্ধি নিয়া দুচকীয়া তোপবিলাকৰ পৰা বুজিপালে যে সেয়া যুদ্ধৰেই প্ৰস্তুতি—চীন, ভাৰত সংঘৰ্ষৰ প্ৰথম জাননী। চীন, ভাৰত সীমান্ত বিবাদৰ কথা সি জানে। এবছৰৰ আগতে চাকৰিত যোগ দিবলৈ আহোঁতে ৰতনেও দেখা পাইছিল। তিৰ্বত এৰি পলাই অহা শৰণাৰ্থীসকলৰ, স্বদেশ পৰিত্যাগ কৰি ভাৰতত আশ্ৰয় লোৱা দলাই লামাৰ কাহিনীও সি পঢ়িছে। দেশৰ নেতাই স্বদেশ এৰি গুছি আহোঁতে হাজাৰ, হাজাৰ, ধৰ্মপ্ৰাণ তিৰ্ব্বতীয় মানুহেও ভাৰতলৈ গুছি আহিছিল ধৰ্ম সংস্কৃতিৰ সংৰক্ষণ বিচাৰি। বৰফে আৱৰা দুৰ্গম গিৰিপথ-বিলাক অতিক্ৰম কৰি আহোঁতে সিহঁতৰ দেহবিলাক ক্ষত বিক্ষত হৈ গৈছিল... ভৰিৰ আঙুলীবিলাক বৰফে খাই পেলোৱাত বাঁহৰ পেংমাৰিত ভৰ দি সিহঁত আহিছিল দলে দলে। বহুতো মাতৃৰ কোলাত আছিল অৰ্দ্ধ মৃত সন্তান। নিৰ্য্যাতিত আৰু দুৰ্দশাগ্ৰস্ত সেই জীৱন্ত কঙ্কাল-বিলাকৰ মুখত তেতিয়াও উচ্চাৰিত হৈছিল, চিৰন্তনৰ প্ৰাৰ্থনা।

...'ওম্ মানি পদ্মে হুম্—ওম্ মানি পদ্মে হুম্ নিৰস্ত্ৰ সেইসমদল-বিলাকক ৰক্ষণা বেক্ষণ দি আহিছিল দুদ্ধৰ্ষ "খাম্পা" যুৱকসকলে। সেই খাম্পাসকলৰ মূৰত আছিল দুভাগকৈ দীঘল বেণী আৰু হাতত আছিল

পুৰণি ৰাইফল। হালধীয়া কাপোৰ পিন্ধা হীনযান বৌদ্ধ লামাসকলৰ লগত অহা সেই সশস্ত্ৰ বিদ্ৰোহী খাম্পাসকলক বৈসাদৃশ্য লাগিছিল যদিও অহিংসা হিংসাৰ সেই অদ্ভুত সমন্বয় আছিল, মানৱ ইতিহাসৰ এক নিৰ্দয় পৰিহাস। সিহঁতৰ দেহবিলাকত আছিল হালধীয়া বস্ত্ৰ: মনত আছিল অনন্ত যোগীৰ পাৰাপাৰ ভাঙি নিৰ্বাণ প্ৰাপ্তিৰ কঠোৰ সাধনা। এহাতে ধৰ্ম ধ্বজা আৰু আনহাতে উদ্যত ৰাইফল লৈ অহিংসা হিংসাৰ সেই যৌথ সমদলবিলাকৰ দৃশ্য আছিল বিচিত্ৰ। বিচিত্ৰ আছিল সিহঁতৰ সাধনা—বিচিত্ৰ আছিল স্বদেশ স্বধৰ্ম ৰক্ষা কৰাৰ অনিৰ্বাৰ দৃঢ়তা।

লৰি কিথনে উকৰাই থৈ যোৱা ৰঙা ধূলিয়ে আগুৰি পোলোৱাত ৰতনৰ চেতনা ঘূৰি আছিল। পিচদিনা সি জিমি অভিমুখে ৰাওনা হোৱাৰ কথা আছিল কাৰণে যোৱাৰ আগতে স্কুল পৰিদৰ্শকক এবাৰ দেখা কৰাৰ কথা ভাবিলে। সদৰলৈ আহিলে সকলো শিক্ষকে পৰিদৰ্শকক দেখা কৰাতো এটা অলিখিত নিৰ্দেশ আছিল। ৰতনেও পৰিদৰ্শকক দেখা কৰিবলৈ কাৰ্য্যালয় পালেগৈ।

—অ' কাকতি আহিলা?

—হয়, চাৰ যোৱা কালি আহিলো।

—চুটি কেনে লাগিল?

—ভালেই কটালো চাৰ।

অলপ দৈ পৰিদৰ্শকে কলিং বেলটো বজালত পিয়ন এজন সোমাই আহিল।

—হাজৰিকা বাবুক মাতিছো বুলি কোৱা। এই বুলি নিৰ্দেশ দি ৰতনক ক'লে—

—তোমাক কথা এটা সুধিবলগীয়া আছে কাকতি!

—কি কথা চাৰ?

এনেতে হাজৰিকা বাবু সোমায় অহাত পৰিদৰ্শকে ৰতন কাকতিৰ ব্যক্তিগত ফাইলটো আনিব ক'লে। হাজৰিকা ওলাই যোৱাৰ পিচতে পৰিদৰ্শকে ৰতনক সুধিলে।

—জিমিত থাকি কেনে পাইছা কাকতি?

—ভালেইতো লাগিছে চাৰ।

—ঘৰত কোন কোন আছে?

—মা, দেউতা আৰু ভনী এজনী আছে।

—খিয়া থাক কৰাজানে ?

পৰিদৰ্শকৰ অ-প্ৰাসঙ্গিক প্ৰশ্নত ৰতন অলপ আচৰিত হয়। সীমান্তত অশান্তি, সদৰত সৈন্যবাহিনীৰ গমগমনিৰ মাজত সেয়া কিহৰ-ইঙ্গিত বুলি ভাবি ৰতনৰ চিন্তাত আউল লাগে। পৰিদৰ্শকৰ প্ৰশ্নৰ উত্তৰ ৰতনে সংক্ষিপ্ত ভাবেই দিয়ে।

—নাই কৰোবা চাৰ।

এনেতে হাজৰিকা সোমায় আহিল। হাতত অনা ৰতন কাকতিৰ ব্যক্তিগত ৰঙা গোপন ফাইলটো পৰিদৰ্শকৰ সন্মুখত থৈ ওলাই যাওঁতে ৰতনলৈ চাই অৰ্থপূৰ্ণ মিচিকিয়া হাঁহি এটা মাৰিলে। ইতিমধ্যে কেইখিলামান পাত লুটিয়াই পৰিদৰ্শকে ৰতনলৈ ফাইলটো আগুৱাই দি ক'লে—

—এইখন পঢ়ি চোৱা।

ৰতনে ফাইলটো হাতত লৈ নিৰ্দিষ্টভাৱে উলিয়াই দিয়া কাগজখন মনোযোগেৰে পঢ়িব ধৰে। কোনো প্ৰতিক্ৰিয়া ব্যক্ত নকৰি ৰতনে ফাইলটো পুনৰ পৰিদৰ্শকক ওভোতাই দি মনে মনে ৰহি থকা দেখি পৰিদৰ্শকে সুধিলে— '

—এতিয়া তোমাৰ অভিমত কি কাকতি ?

—কি উত্তৰ দিব ৰতনে ভাবি নাপায়। আকাক সি ভাল পায়, আৰু আকায়ে তাদামৰ কিনিথোৱা ঘৈণীয়েক সেই কথাও সি জানে। আনে কিনি থোৱা ছোৱালীৰ লগত লেটি পেটি কৰিছে, তাদামে তোলা সেই অভিযোগো মিছা নহয়। কি উত্তৰ দিব ৰতন কাকতিয়ে।

—এই সকলো অভিযোগ তেনেহলে সঁচা বুলি ধৰি লব পাৰি নহয়নে কাকতি ?

—ৰতনে নমতা দেখি পৰিদৰ্শকে এইবাৰ অলপ কৰ্তৃত্বৰ সুৰতে কবলৈ ধৰিলে—

—আনে কিনিথোৱা ছোৱালীৰ লগত প্ৰেম পিৰিতি কৰাটো চৰকাৰী চাকৰিয়াল এজনৰ বাবে অকল অশোভনীয়ই নহয়,—চৰকাৰী অনুশাসনৰো বহিৰ্ভূত কথা। নিজকে চম্ভালি চলিব নজনাৰ ফলত বহুতক চাকৰিৰ পৰা বৰ্খাস্ত কৰা হৈছে—বহুতে গাঁওবাসীৰ হাতত লাজিত হৈছে। তুমি নতুন কাৰণে সেই বিগত ঘটনাবিলাকৰ কথা হয়তো নাজানা।

—হোৱাজীজনীক মই বিয়া কৰাম বুলি কথা দিছো চাৰ।

—কি কৈছা কাকতি!!! পৰিদৰ্শক আচৰিত হয়।

—হয় চাৰ, সেয়া মোৰ মীমাংসা।

—সেই মীমাংসাই তোমাক বিপদত পেলাব কাকতি। পৰিদৰ্শকে ৰতনক বুজাবলৈ চেষ্টা কৰে।

যিমান বিপদেই নহওক চাৰ মই কৰা অঙ্গীকাৰ ভংগ নকৰো।

সিহঁতৰ সমাজে জানো মানিব? ইমান মূল্য তুমি জানো দিব পাৰিবা? তোমাৰ ঘৰে জানো এই মীমাংসা গ্ৰহণ কৰিব? পৰিদৰ্শকে ৰতনক বুজাবলৈ চেষ্টা কৰে। পৰিদৰ্শকে আগবঢ়োৱা যুক্তিৰ প্ৰত্যু-ত্তৰত ৰতনে মাত্ৰ সংক্ষিপ্ত ভাবে মতামত দিলে।

সেয়া পিচৰ কথা চাৰ।

সাময়িক মোহে তোমাক বিভ্ৰান্ত কৰিছে কাকতি।

একো বিভ্ৰান্ত কৰা নাই চাৰ।

এনেতে এখন ডাকোতা বিমান আহি অস্থায়ী বিমান পথাৰখনত অৱতৰণ কৰাত কাৰো মাত কোনেও নুশুনা হয়। কাৰ্য্যালয়ৰ খিড়িকিৰে ৰতনে দেখা পালে বিমানখনৰ পৰা এজন সামৰিক বিষয়া মাটিলৈ নামি আহিল। বিমানকোঠৰ একাষে তৰা চামিয়ানাখনলৈ বুলি বিষয়াজনে খৰখেদাকৈ যাওঁতে থিয় দি থকা বহুতে তেওঁক সন্মান জনালে। ৰতনে বুজিলে বিষয়াজন বহু উচ্চ পদস্থ ব্যক্তি। চমিয়ানা-খনৰ তলত মেলি থোৱা ডাঙৰ মানচিত্ৰখনৰ ওচৰত থিয় দি বিষয়া-জনে আন আন বিষয়াসকলৰ সৈতে আলোচনাত বহা ৰতনে দেখা পালে। ইতিমধ্যে ডাকোতাখনৰ ইঞ্জিন বন্ধ হোৱাত আগৰ নিজম পৰিবেশ আকৌ উভতি আহিল।

কেতিয়াকৈ যাবা বুলি ঠিক কৰিছা কাকতি?

অহা কালিলৈকে যাম বুলি ভাবিছো চাৰ।

ৰতনৰ সৰল মুখখনলৈ আদৰয়সীয়া ক্ষুদ্ৰ পৰিদৰ্শকজনে কিছু-সময় চাই থাকিল। ৰতনলৈ হয়তো কিবা মৰমো উপজিল। একে-সমান বয়সৰ নহলেও ওখই পাখই ৰতনৰ সমান পুতেক এজন পৰিদৰ্শকৰো আছে। তেওঁ মেৰামৰ কলেজত পঢ়ে। ৰবদিনৰ বন্ধত বাপেকৰ ওচৰলৈ নাহি নামৰূপত থকা দদায়েকৰ তালৈ যাবলৈ চিঠিৰে জনাই দিছিল। চিঠিত লিখিছিল সীমান্তত সৈন্য সমাবেশ কৰিছে, যুদ্ধ লাগিব

পাৰে বুলি। বিপদৰ মাজলৈ যাব ওলোৱা ৰতনৰ কাৰণে পৰিদৰ্শকৰ মনটো সেই কাৰণেই হয়তো বেয়া লাগি উঠিল।

তোমাৰ মোৰামাহৰ দৰমহাটো অফিচতে আছে লৈ যাবা।

মোৰ সিমান প্ৰয়োজন হোৱা নাই। টকাকিটা দেউতাৰ ঠিকনাতে পঠাই দিব পৰা হ'বনেকি চাৰ?

তেনেহলে দেউতাৰাৰ ঠিকনাটো অফিচত দি যাবা।

হ'ব চাৰ। আপোনাৰ অনুমতি পালে মই এতিয়া.........

—যোৱা বাৰু। কিন্তু অলপ বুজি শুনি চলিবা...ডেকা বয়সত বহুতেই ভুল কৰে। তুমি যদি ইচ্ছা কৰা তেনেহলে আন ঠাইলৈ তোমাক বদলি কৰি আনিব পাৰো।

—এতিয়া নালাগে চাৰ, প্ৰয়োজন হলে মই আবেদন কৰিম। এই বুলি নমস্কাৰ জনায় ৰতন কাকতিয়ে পৰিদৰ্শকৰ কোঠালিৰ পৰা বাহিৰ ওলাই আহিল। ইতিমধ্যে ডাকোতাখনে কেইজনমান বেমাৰী চিপাহী আৰু উচ্চ পদস্থ সামৰিক বিষয়াজনক লৈ উৰা মাৰিবলৈ সাজু হ'ল। দুটা ইঞ্জিনৰ কাণতাল মৰা শব্দ ওচৰ পাজৰৰ পাহাৰবিলাকত ঠেকা খাই উভতি আহিব ধৰে। অস্থায়ী বিমান পথাৰখনৰ ৰঙা ধূলিয়ে অকণমানি চহৰখনৰ আকাশ বতাহ ৰঙচুৱা কৰি তোলাত উৰাজাহাজ চাবলৈ অহা জনজাতিৰ লোকসকলে ভয়তে চাৰিওপিনে চিটিকি পলাল। কেঁচুৱাবিলাকে মাক-বাপেকক সাবটি কান্দিব ধৰিলে। যুদ্ধ কি সিহঁতে হয়তো বুজি নাপায়। দেশৰ সাৰ্বভৌমত্বক লৈ সিহঁতে কিজানি চিন্তাও নকৰে। আঙুলীৰ পাবত গণিবপৰা কেইটামান অভাৱক লৈয়ে সিহঁতৰ জীৱন চলি আহিছে। জীয়াই থকাটোৱেই সিহঁতৰ মূল সমস্যা। ৰাজ্য, সাম্ৰাজ্য বা ৰাজনৈতিক বিবৰ্তন সিহঁতৰ কাৰণে অৰ্থহীন।

# ১৬

—তোৰ জীয়েৰক কৈ দিবি স্কুলৰ পিনে যেন আৰু নাযায়। জুহালত যদি ঘৈণীয়েকৰ উদ্দেশ্যে কথাকিটা কৈ তাকামে উত্তৰলৈ অপেক্ষা কৰে। কিন্তু ভিতৰ জুহালত থকা ঘৈণীয়েকৰ পৰা একো উত্তৰ নাপায় তাকামে আকৌ কয়—

—তাদামক জোকায় নলে কথাৰ পৰিণতি বৰ ভাল নহব জানি থবি। ধাৰধাই থৈছো যেতিয়া মোৰ কথাহে এইঘৰত চলিব, তহঁতৰ কথা নচলে বুজিছনে নাই?

আকাৰ মাকে তথাপি নামাতে দেখি খং নুঠা তাকামৰ অলপ খং উঠে।

—তাই মনে মনে গৈ মাণ্টৰৰ ঘৰ চাফা কৰিছে খৰিপানী যতনাই থৈছে এইবিলাক তই দেখা নাই নেকি?

—মোৰ কথা তাই নুশুনে--মই কি কৰিম? মাণ্টৰৰ ঘৰলৈ নাযাবি বুলি কৈছো, তথাপিও গৈছে। এতিয়া লেপালগাই থলেহে হব।

কাঠৰ চেপেনা বা লেপা দুইভৰিত লগাই দিয়াতো সমাজৰ এটা প্রচলিত ভাওৰ শাস্তি। আকাৰ মাকে মনৰ আবেগত একমাত্র ভৰিত লেপালগাই দিবলৈকো গিৰিয়েকক কবলৈ কুণ্ঠা নকৰিলে।

—অ' দৰকাৰ পৰিলে লেপাকে লগাম জানিবি, গাঁৱত ওলাব নোৱাৰা হলো। কিমান বু-বু বাবা শুনি থাকিম? কেতিয়াবা খং উঠিলে স্কুলঘৰ-টোকে জুইলগাই পুৰি পেলাম। ছোৱালীৰ মুখখোৱা নিপাকস্কুল আমাক দৰকাৰ নাই। অজাতি মানুহ আমি অজাতি হৈয়ে থাকিম, সিও ভাল।

সংস্কাৰ বিমুখী পুৰণি পুৰুষে সংস্কাৰক যেন ব্যভিচাৰ বুলিয়েই ধৰি লয়। মানি অহা ৰীতি-নীতিক সহজতে এৰিবলৈ টান পায়। চেনি নেদেখা সমাজৰ মানুহে হাতৰ তলুৱাত চেনি লৈ চেলেকি চাওঁতে কিজানি এনেদৰেই প্রথমতে থুৱাই দিছিল, যেনেদৰে শিক্ষাৰ মোল নুবুজা তাকামে স্কুল ঘৰটোকে জ্বলাই দিব বিচাৰিলে। তাকামে জীয়েকৰ বিষয়ে মাকক কথা শুনাই থাকোতে আকা ধৰত নাছিল; ৰবদেউতাকৰ তালৈ গৈছিল। এনেতে তাই উভতি আহি বাপেকৰ সন্মুখেৰে পাৰ হৈ যাওঁতে তাকামে ঠাট্টা কৰিলে—

—তোৰ জীৱনৰে ফুল পড়ি আছিল কিজানি। পিৰিয়েকৰ খোচ্মৰা কথাকিটা সহিব নোৱাৰি মাকেও আকাক দু-আষাৰ কবলৈ নেৰিলে।

—আকৌ এবাৰ যদি মাষ্টৰৰ ঘৰলৈ যাব তেনেহলে এই ঘৰলৈ আৰু উভতি নাহিবি। নিজে মৰিব ওলাইচ মৰ! আনক কিয় অশান্তি দিয়।

মাক-বাপেকৰ কথাকিটা আকাই গা-পাতি নললে। আৰু এটা মাত্র নিশা বাকী আছে। কাইলৈ চাৰ যে আহিবই বুলি ভাবি তাই নিৰুত্তৰে হাতমুখ ধুলে। মলিয়ন গালেখন সলাই বাঁহৰ জপাটোৰ পৰা অলপতে বৈ শেষ কৰি থোৱা নীলাৰঙৰ নতুন গালেখন পিন্ধি ললে। পিঠিৰ পিনে ফাটিযোৱা ক'লা ব্লাউজটো সলাই নতুন ৰঙাটো পিন্ধি তাই যাবলৈ ওলাল। যাওঁতে মাকে কোৱা তাই শুনিলে--কেনি যাব ওলাইচ্ ভাত দিছো খা।

একো উত্তৰ নিদিয়াকৈ তাই বাহিৰলৈ ওলাই গুছি গ'ল। ওচৰেৰে পাৰ হৈ যাওঁতে বাপেকে মুখ তুলি চালে যদিও একো নকলে। তাইৰ পিছে পিছে ওখলামুখলৈ আহি মাকে দেখিলে আকাই স্কুলৰ পিনেই গৈ আছে। ভাবত তাইৰ পৰিবৰ্তন নাই--খোজত তাইৰ অস্থিৰতা নাই। এৰি থৈ যোৱা প্রতিটোখোজত যেন মাকে দেখা পালে তাই উভতি নহাৰ দৃঢ়তা আৰু মীমাংসা।

+ + + +

নিশাও তাই উভতি নাহিল। বহুনিশালৈকে মাকে উজাগৰে উচুপিচাই থাকিল। টোপনি নধৰা চকুদুটাৰ ঘোপমৰা এন্ধাৰত মাকে যেন আকাৰ মুখখন দেখা পালে। সৰল মৰমলগা মুখখনৰ অন্তৰালত যে শিলৰ নিচিনা কঠিন মন এটাও লুকাই থাকিব পাৰে, মাক হৈও সেইকথা বুজিব নোৱাৰিলে। নানা কথাৰ চিন্তা দুঃচিন্তাত অতিষ্ঠ হৈ আকাৰ মাকে জ্বলি থকা বাহখৰি এডাল হাতত লৈ আকাক বিচাৰি যাবলৈ ওলাল। বাহিৰ জুহালৰ কাষেৰে পাৰ হৈ যাওঁতে শুই থকা আকাৰ লাহেকৈ মাত লগালে।

—তাই আৰু নাহে যা। কাইলৈ নিপাক মাষ্টৰ আহিব যেতিয়া তাইক আৰু কেনেদৰে ঘৰৰ ভিতৰত বান্ধি থব পাৰিবি? উৰিবলৈকেহে

—আছিলো আৰু মাস্টৰ। এই বুলি হাঁহি একেকোবে বাজনিয়বৰ জুইকুবাৰ কাষ পালেগৈ।

—চাৰ ডুংলাক। জুইকুবাৰ কাষতে বহি ৰতনকো এটা মূঢ়া আগবঢ়াই দিলে। তাপৰে কিবা গুৰুত্বৰ সমস্যাকে লৈ আহিছে বুলি ৰতনে বুজি পালে।

—অলপ কথা কব মাস্টৰ—।

—কি কথা কব গাওঁবুঢ়া? ৰতনে ভাবিলে যুদ্ধৰেই কথা কিবা কব হয়তো।

—কথাটো অলপ বেয়া নহয়। ক'লে বেয়া নাপাবতো?

—নাই নাই বেয়া কিয় পাম গাওঁবুঢ়া। কবলগা কথা হলে নিশ্চয় কব লাগে। এই বুলি তাপৰৰ কথা শুনিবলৈ ৰতন কাকতি সাজু হ'ল।

—বস্তিৰ কিছুমান মানুহে আকা ইয়ালৈ অহাতো পচণ্ড নকৰে। সিহঁতে অলপ বেয়া পাইছে কিজানি। আমাৰ মানুহে বেয়া পালে মুখেৰে কব নাজানে, একেবাৰেই খং কৰি দিয়ে। খং হলে কাজিয়া হয় আৰু কাজিয়া হলে বেয়া কামো কৰে।

এই বুলি কৈ তাপৰ জিমি অলপ ৰ'ল। ৰতনে কিন্তু একো উত্তৰ নিদি বাকী থকা কথাখিনিও শুনিবলৈ বৈ থাকে।

—সিহঁতৰ কিছুমানে কৈছে স্কুল নালাগে, স্কুলঘৰটো ভাঙি পেলাব লাগে।

—সেইটো হলে বেয়াকথা হব গাওঁবুঢ়া। ৰতনৰ কথা শেষ হোৱাৰ লগে লগে তাপৰে নিজৰ অসমাপ্ত কথাখিনি সমাপ্ত কৰিলে।

—আৰু কৈছে, আপুনি ভি ইয়াত থাকিব নালাগে।

তাপৰৰ কথাকিটা ৰতনে মনদি শুনিলে। এনেকুৱাৰে এটা পৰিস্থিতি এদিন উত্তৱ হব সেই কথা ৰতনে আগতেই অনুমান কৰিছিল। সেই পৰিস্থিতিত সি কি কৰিব তাকো ঠিক কৰি থৈছিল। তথাপিও তাপৰক সি সুধিলে—

—তেনেহলে মই কি কৰিব লাগে গাওঁবুঢ়া? আপুনি যাব ক'লে যাম আৰু আপুনি থাকিব ক'লে থাকিম। আপুনি যি কব মই তাকেই মানিম।

তাপৰক মনে মনে থকা দেখি ৰতনে পুনৰ ক'লে মোক যদি গাঁৱৰ মানুহে বেয়া পাইছে মই বাৰু গুছি যাম, কিন্তু স্কুলঘৰটো হলে ভাঙি

পেলাব নিদিব। কোনোবাই যেৱা পাইছে যদি মোক যেৱা পাওক— ফুলধনক হলে যেৱা পাব নালাগে।

—মই কি কম মাষ্টৰ? তাপৰ দোমোজাত পৰে।

—কিয়, ইমান দিনে যি কৈ আহিছে আজিও তাকেই কব লাগে। নিজৰ মনৰ কথাটো ৰতনে তাপৰৰ অন্তৰত সুমুৱাই দিব বিচাৰে।

—মইনো কি কৈছো ইমান দিনে মাষ্টৰ?

কিয় আপুনি জানো কোৱা নাছিল যে আকাক ভাল লাগিছে যদি লৈ যোৱা মাষ্টৰ বুলি?

হে: হে: হে: সেইটো ধেমালী কথাহে কৈছিলো মাষ্টৰ। এই বুলি তাপৰে হাঁহিব ধৰে।

—আপুনি ভেনেদৰে কোৱাৰ কাৰণে আকাক মই লম বুলি মনতে ঠিক কৰি থৈছো। তাইক মই কথাও দিছো। এতিয়া মই কথা সলাব নোৱাৰো গাওঁবুঢ়া।

ৰতনৰ কথাগুনি তাপৰ জিমিৰ পাতল চেলাউঁৰিযোৰ কোঁচখাই পৰিল। তীক্ষ্ণ দৃষ্টিৰে ৰতন কাকতিৰ মুখলৈ চাই তাপৰে কথাকিটাৰ মাজত ৰতনৰ আন্তৰিকতা বিচাৰি চালে।

—সঁচা কথানেকি মাষ্টৰ?

—সঁচা গাওঁবুঢ়া, এইবুলি ৰতনে তাপৰ জিমিৰ হাত এখন নিজৰ দুহাতৰ মুঠিত তুলি ললে। অলপ ভাবি তাপৰে সুধিলে।

—ভাদামৰ কথাটো কি হ'ব ভেনেহলে?

—সেইটো আপুনি জানে।

ৰতনৰ কথাত তাপৰ জিমি অলপ বিমোৰত পৰিল। পুৰণি সংস্কাৰক নেওচিব খোজা বৃদ্ধতাপৰে আৰম্ভণিতেই যেন বিশাল প্ৰেপাইট শিলনীৰ তলত আহি থিয় হৈ পৰা বুলি অনুভৱ কৰিলে। পৰিশ্ৰান্ত পৰ্বতাৰোহী এজনে অলঙ্ঘনীয় প্ৰেপাইট শিলনী এভবাৰ তলত আহি থিয় হৈ পৰাৰ নিচিনাকৈ তাপৰ জিমিয়েও নিজকে বৰ অকলশৰীয়া আৰু দুৰ্বল অনুভৱ কৰিলে। দুৰ্গমক জয় কৰিব খোজা দুঃসাহসী পৰ্বতাৰোহী এজনৰ নিচিনাকৈ তাপৰেও এখোজ এখোজকৈ আগবাঢ়িব খুজিলে।

—মাষ্টৰ কেঁচাবাঁহ বেঁকা হলেও তাক ফালি খুনীয়া খুনীয়া ভজা খাটি সাজি লব পাৰি। কিন্তু ভকাম বাঁহেৰে নোৱাৰি। আমাৰ কিছুমান মানুহ ভকাম বাঁহৰ নিচিনা। তাৰে কেৱল দুইচে ফলাৰ পাৰি আন একো

কৰিব নোৱাৰি নহয় জানো ?

তাপৰৰ কথা শুনি ৰতন নিৰাশ নহয়, বৰঞ্চ আশ্বাসহে পায়। সি জানে তাপৰে কোনো কথা পোনকৈ নকয়।

—চাওঁৱাক মই কি কৰিব পাৰো। এই বুলি কৈ তাপৰ জিমি ৰাৰৈ থিয় দিয়াৰ লগে লগে বাহিৰত এজাক মানুহ পিৰিপ পাৰাপ শব্দ কৰি গৈ থকা দুয়ো শুনিলে। বাহিৰখন ওলাই ক্ষীণ জোনাকৰ পোহৰত দেখিলে ছুলৰ কাষেৰে নৈৰ পিনে নামি যোৱা লুং লুঙীয়া পদ পথটোৰে এদল সৈন্যবাহিনীৰ জোৱান লাহে লাহে নামি যাব ধৰিছে। বাট চিনি উলিয়াবলৈ সন্মুখৰ জোৱানজনে টৰ্চ লাইট এটা মাজে মাজে জ্বলাইছে যদিও পোহৰখিনি বিয়পি নপৰাকৈ হাতৰ তলুৱাৰে ঢাকি লৈছে। ওচৰ চাপি চাবলৈ যোৱাতো উচিত নহব ভাবি ৰতন আৰু তাপৰে সিহঁতক আঁতৰৰ পৰাই চালে। নিঃশব্দে আৰু নিকৰে পচিতে সীমান্তৰ পিনে আগবাঢ়ি যোৱা এজাৰ নিশাৰ সেই সৰু সৰু সমদল-বিলাক ৰতনে আগতেও দেখিছে। এতিয়া সমদল বিলাকৰ সংখ্যা ক্ৰমাৎ যেনেদৰে বৃদ্ধি পাইছে তেনেদৰে সীমান্তৰ পৰা নামি অহা গাওঁবাসীৰ সংখ্যাও বৃদ্ধি পাবধৰা ৰতনৰ চকুত নপৰাকৈ থকা নাই।

—যুদ্ধখন সঁচাকৈয়ে লাগিবনেকি গাওঁবুঢ়া ? ৰতনৰ প্ৰশ্নত তাপৰৰ চিন্তাইও মোৰ সলালে। ৰতনৰ হাত এখন নিজৰ হাতৰ মুঠিত তুলি লওঁতে ৰতনে বুজিলে বৃদ্ধ তাপৰ জিমি যেন অলপ বিৰক্ত হৈছে।

—সিহঁত আহিব মাষ্টৰ। গাওঁ এৰি গুছি অহা সীমান্তৰ মানুহে কোৱা মতে সিহঁত আহিবলৈ আৰু বেছিদিন নাই। বৰঞ্চ পৰাৰ আগতেই সিহঁত আহিব।

—আমাৰ কি হব গাওঁবুঢ়া ?

ৰতনক শঙ্কিত হোৱা দেখি তাপৰ জিমিয়ে অভয় দিয়াৰ মানসেৰে হাঁহি হাঁহি ক'লে—

—কিনো হব আৰু। আপুনি তৈয়ামৰ মানুহ তৈয়ামলৈ গুছি যাব।

—আৰু আপোনালোক ?

—আনৰ কথা নাজানো—মই হলে ইয়াতেই থাকিম মাষ্টৰ। কিবা এটা দৃঢ়তা যেন ৰতনে বৃদ্ধ তাপৰৰ মাজত দেখিবলৈ পালে।

—আপুনি ইয়াত অকলে কেনেদৰে থাকিব গাওঁবুঢ়া ?

—যেনেদৰে হাবিৰ বাঘভালুক থাকে তেনেদৰে মইও থাকি যাম

মাণ্টৰ। এইবুলি ৰতনৰ হাতখন খপ্ কৰে ধৰি দি "আলে তুংলাক্" বুলি কৈ তাপৰ গুছি যাব ধৰে। চকামকা এক্কাৰত গৈ থকা তাপৰলৈ চায় ৰতনে ভাবে আজীৱন ইংৰাজৰ ওচৰত ধৰা নিদিয়া তাপৰ জিমিয়ে চীনাসকলৰ ওচৰত আত্ম সমৰ্পণ নকৰাৰ এয়েনেকি প্ৰথম ইংগিত? গোল্লৰটো বছৰ শান্তি আৰু স্থিৰতাৰ অন্তত অশান্তি আৰু অস্থিৰতাই উভতি অহাতো তাপৰেও যে সহ্য নকৰিব সেই কথা ৰতনেও বুজি পালে। বাঘ ভালুকৰ নিচিনাকৈ হাবিয়ে বননিয়ে অনাই বনাই ঘুৰি ফুৰিব তথাপি চীনাসকলৰ কৰ্তৃত্বক তাপৰ জিমিয়ে মানি নলব তাৰেই ইংগিত দি গুছি গ'লনেকি গাওঁবুঢ়াই !!!

তাপৰ জিমি যোৱাৰ পিচত ৰতনে নিশাৰ আহাৰ ৰান্ধিবলৈ যো-জা কৰিলে। জুইকুৰা জ্বলাই টেমাকিটা খুলি চাই দেখিলে, পোক্লগা চৰকাৰি চাউলকিটা বাদে আন একোৱে নাই। কি সিজাব, কি নিসিজাব বুলি ভাবি ভাবি দুদিন আগতে আকাই দি থৈ যোৱা ৰঙালাও এফালকে পানীত দি সিজিব দিলে। ভাবিলে তাৰেই পিটিকা কৰি ভেকেহা চাউলৰ ভাত কিটা গিলি খব। ঘৰৰ পৰা অহা চাৰিমাহ হ'ল, কিন্তু ৰতনৰ শাকপাচলি এসাজো খাই নাপালে। গাখীৰ পাবলৈ নাই, ৰঙাচাহকে ইমানদিন খালে। তেল আদায় হলে অকল নিমখৰেই ভাতকিটা খাব লগাতে পৰে। দুটা এটা মাছ কেতিয়াবা পালে তাকো পুৰি খোৱা বাদে আন উপায় নাই। সদৰলৈ মানুহ পঠালে চাৰিপাচদিনৰ আগতে উভতি আহিব নোৱাৰে। এনেদৰে নিজৰ দুৰৱস্থাৰ কথা ভাবি থাকোতে ৰতনৰ মনত পৰিল মাকক সান্ত্বনা দিবলৈ কোৱা মিছা কথাবোৰলৈ—

—তাতয়ে কিমান মাছ পায় জানা মা! তুমি ক'লে বিশ্বাসেই নকৰিবা। পাহাৰৰ মানুহে গৰু পোহে কিন্তু গাখীৰ হলে নাখায়। এখন গাঁৱৰ সকলো গাখীৰ মইয়ে খাব পাৰো। গাখীৰেৰে গাকে ধুব পাৰি জানা!

কথাবিলাক ভাবি ৰতনৰ বেয়া লাগি যায়। গৰ্ভদাত্ৰী জননীৰ চকুত যাতৃ গাম্ভাৰীৰ ক'লাকাপোৰভুখৰি নিশ্ব হাতেৰে ৰান্ধি থৈ অহাৰ বাবে প্ৰৱঞ্চনা কৰাৰ ধিক্কাৰে ৰতন কাকতিৰ মন উপচি পৰে। সি উঠি গৈ কাগজ কলম লৈ আহে। জুইকুৰাৰ ওচৰতে বহি সি আত্ম সমালোচনাৰে মাকলৈ চিঠি লিখে—

—ইয়াত থাকি থাকি আৰু আমনি লগা হৈছে মা। অকলে অকলে থাকি কেতিয়াবা তোমালোকলৈ মনত পৰিলে বৰ বেয়া লাগি যায়।

তেৰামৰ মিচিনা ইহঁত সকলো বস্তু নাপায়। সদৰৰ পৰা অনাৰ লাগে। আনহাতে সীমা বিবাদক লৈ ইয়াত উত্তেজনা দিনে দিনে বাঢ়ি গৈ আছে। অৱস্থাৰ বেছি অৱনতি হোৱা যেন দেখিলে মই সদৰলৈ নামি যাম। মোৰ বাবে তুমি অকণো চিন্তা নকৰিবা। মই কিবা ভুল কৰিলেও তোমাৰ ওচৰতে সান্ত্বনা পাম—মাৰ্জনা তুমিয়েই কৰিবা......

এনেতে বাঁহৰ দুৱাৰখন কেৰকেৰাই উঠাত ৰতনে উভতি চাই দেখিলে আকা দুৱাৰদলিত থিয় দি আছে। আকাক দেখি ৰতনৰ কোনো ভাবান্তৰ নহ'ল। আনদিনাও এনেদৰেই তাই আহে। অৱশ্যে আনে দেখাকৈ নাহে—নিশাৰ এন্ধাৰত গা-ঢকা দিয়েই আহে। দুৱাৰদলিত থিয় দি থকা আকালৈ চাওঁতে জ্বলি থকা জুইকুৰাৰ খেলি মেলি পোহৰত ৰতনে অলপ চক্‌খাই উঠিল। জুইকুৰাৰ ৰঙা পোহৰত আকাৰ গাল দুখন বেছি ৰঙা পৰা যেন দেখিলে ৰতনে। মুখৰ পৰা ডিঙিলৈ...ডিঙিৰ পৰা বুকুলৈ আৰু বুকুৰ পৰা তললৈ চাওঁতে মাতৃত্বৰ প্ৰথম ইঙ্গিতত ৰতনৰ মন ধৰ্‌ফৰাই উঠিল। আৰু অলপ তললৈ চাওঁতে আঁঠিলৈকে ৰঙা পাজখনৰ অন্তৰালত.......

খিল্‌-খিলাই হাঁহি দি বাকী থকা চাৰিখোজ দৌৰি আহি আকাই ৰতনৰ ডিঙিত দুহাতেৰে সাবটি ধৰিলে।

—এনেকৈ কিয় চাইছে চাৰ?

—তোমাৰ গাত...

—ইমান দিন লুকুৱাই ৰাখিছিলোঁ। আজি আৰু 'আনৰ' চকুক ফাঁকি দিব নোৱাৰিলো।

ৰতনৰ আৰু বুজিবলৈ একো বাকী নৰল। সি ভাবিলে যে সিহঁত দুয়োৰে অৰ্দ্ধসমাপ্ত কথাবিলাক সমাপ্ত কৰাৰ দিন ওচৰ চাপি আহিল। আকাক মুঢ়াটোতে বহুৱাই সি আন এটা মুঢ়া আনি ললে। কিনো ৰাখিছে বুলি চাকনিখন দাঙি চাই ৰঙালাওটুকুৰা দেখি আকাই আকৌ হাঁহি দিলে। কাষত ওলোমাই অনা কুলাম মোনাখনৰ পৰা কণী চাৰিটা উলিয়াই আনি ৰঙালাওটুকুৰাৰ লগতে সিজিব দিলে।

—তেৰামৰ মিচিনা কিচিম কিচিম বস্তু ইয়াত খাবলৈ নাপায় নহয়নে চাৰ? কথাকিটা কওঁতে তাইৰ মন ম্লান পৰি যায়। ৰতনৰ হাত এখন নিজৰ হাতত লৈ তাই উদাস মনেৰে সুধিলে—

—চীনাবিলাক আহিলে সিহঁতে আমাক ধৰি লৈ যাব নেকি চাৰ?

—মই কেনেকৈ জানিম আকা, ধৰি নৈ যাবও পাৰে।

এখন সৰ্বগ্ৰাসী যুদ্ধৰ পৰিণতি বস্তনে জানে। কিতাপতো পঢ়িছে আৰু কিছু নিজ চকুৰেও দেখিছে। দ্বিতীয় বিশ্বযুদ্ধৰ সময়ত তাৰ বয়স পাঁচ ছয় বছৰ হৈছিল। অকণি অকণি মুঁজাক বিমানবিলাক আৰু পাতি আকাশেৰে উৰিযোৱা সিও দেখা পাইছিল। শ, শ, মিলিটাৰী গাড়ীত উঠি যোৱা বগা আৰু ক'লা চিপাহীবিলাকৰ স্মৃতি এতিয়াও তাৰ স্মৃতি পটৰ পৰা মচ খাই যোৱা নাই। সেই ওখ ওখ চিপাহীবিলাক গাঁৱলৈ আহিলে তিৰোতাসকলে হাবি বন আৰু খাল পিতনিৰ, পানীমেটেকাৰ মাজত গৈ লুকাই থকাৰ কথা মনত পৰিলে আজিও তাৰ কিবা কিবা লাগি যায়। সেইদিনা সি এটা অবুজ শিশু আছিল কাৰণে সিহঁতে দিয়া বিস্কুট চুইনগামবোৰ সিও আন ল'ৰাৰ লগত হাত পাতি লৈছিল। তাৰ পিচত দেখিছিল দুৰ্ভিক্ষৰ কৰাল গ্ৰাসত পৰি বঙ্গদেশৰ পৰা অহা হাজাৰ হাজাৰ অৰ্দ্ধমৃত মানুহৰ সমদলবোৰ। আলিৰ দাঁতিত পেজাই দিয়া আবৰ্জনাৰ দমত সেই বুভুক্ষ কঙ্কালবিলাকে বলিয়াৰ দৰে খাদ্যবস্তু বিচাৰি ইজনে সিজনৰ ওপৰত জপিয়াই পৰা সিও দেখা পাইছিল। কি অমানুষিক আৰু বীভৎস আছিল সেই দৃশ্যবোৰ। জীয়াই থকাৰ মোহে মানুহক কিমান কঠিন স্তৰলৈ নমাই নিব পাৰে, শৈশৱৰ সেই স্মৃতিবিলাক আজিও যেন তাৰ মনত সজীৱ হৈয়েই আছে। আঁঠুৰ পৰা বুকুলৈকে কোনোমতে ঢাকিব পৰা এডুখৰি ফটা চিটা কাপোৰ গাত মেৰিয়াই নৈ ঘৰে ঘৰে ভাতৰ মাৰ বিচাৰি ফুৰা সেই ক্ষীণ ক্ষীণ গাভৰুজাকৰ কথাও সি পাহৰি যোৱা নাই। এদিন বাণ-যৌৱন থকা সেই গাভৰুজাকৰ দেহা-বিলাকত সিদিনা বাণ যৌৱন বুলিবলৈ একোৱেই বাকী নাছিল। ধৰ্ষিতা, প্ৰৱঞ্চিতা সেই ক্ষীণকায়া যুৱতীসকলে যেন মানৱ সভ্যতাৰ ধ্বংসস্তূপৰ ওপৰত থিয় দি মূক আবেদন জনাইছিল—হে যুদ্ধ কেতিয়া তোমাৰ অৱসান হ'ব। হে শান্তি তুমি কেতিয়া উভতি আহিবা!

দুঃ চিন্তাৰ মকৰাজাল মত মেৰখাই পৰা বস্তনে চেতনা ঘূৰাই পালে যেতিয়া আকাই সুধিলে—

—যদি ধৰি লৈ যায়, অ মাক সিহঁতে একেলগে থাকিম নিদিব নেকি চাৰ?

—থবা কিয় দিম আকা, তাৰ আগতেই আমি জৈয়ামলৈ নামি যাম।

বস্তনৰ কথাষাৰ আকা স্তব্ধ হৈ পৰে। বস্তনৰ কান্ধত মুখখন থৈ দি তাই যেন এক আসন্ন বিপদৰ পৰা নিজকে ৰক্ষা কৰিব বিচাৰে।

—ভেৱামলৈ কোনঘাটে নামি যাম চাব? তাদামৰ চকুত ধূলি দি কেনেকৈ সাৰিম? তাৰ যে বহুত চকু বহুত কাণ আছে।

সেই সমস্যাই ৰতনকো বিমোৰত পেলায়। সিও অনুভৱ কৰিলে যে তাদামৰ মেৰ জালখনৰ পৰা আকাক লৈ সি সাৰি যাব নোৱাৰিব। আকাই তাইৰ অসমাপ্ত কথা এইবাৰ সমাপ্ত কৰিলে।

—নতুন ঝুমখেতি কাটিবলৈ আৰু তিনিজোন বাকী। তিনিটাজোনৰ পিচতেই সি মোক নিবলৈ মানুহ পঠাব বুলি কথা ঠাৱিছে।

—তিনিটাজোন পাৰ হ'বলৈ আৰু বহুত দিন বাকী আছে আকা। একমাহতে তাদামৰ মেথোন ঘূৰাই দিব বুলি পাওঁবুঢ়াই কৈছে।

—তাদামে জানো মানিব চাব? আকাৰ মনতো সন্দেহ ওপজে।

—কিয় নামানিব, দাম ঘূৰাই পালেই হ'ল। ৰতনে যিমান সহজ বুলি ভাবিলে আকাই কিন্তু সিমান সহজ বুলি ধৰি লব নোৱাৰিলে।

—যদি দাম ঘূৰাই নলয় আৰু মোৰ এই অৱস্থাৰ কথা গম পায় তেতিয়া?

—তাৰ আগতেই আমি দুয়ো ভৈয়ামলৈ নামি যাম। সীমান্তৰ পৰা নামি অহা মানুহবিলাকৰ লগত একে লগে নামি গলে আমাৰ কথা কোনেও গম নাপাব।

—কিন্তু......আকাই কিবা চিন্তা কৰা দেখি ৰতনে সুধিলে।

—কিন্তু কি আকা?

—এইটো পা লৈ মই কেনেদৰে নামি যাব পাৰিম?

আকাৰ প্ৰশ্নত ৰতন আকৌ বিমোৰত পৰে। এই সমস্যাৰ কাৰণে সি প্ৰস্তুত নাছিল। এফালে যুদ্ধৰ আতঙ্ক আনফালে তাদাম—এই দুই সমস্যাৰ মাজত ঠিয় দি ৰতনে আকাৰ হাত এখনত ধৰি প্ৰতিশ্ৰুতি দিলে—

—যাব লাগিলে তোমাক লগতে লৈ যাম আকা, অকলে এৰি থৈ নাযাওঁ। আৰু যাব নোৱাৰিলে তোমাৰ লগতে মই ইয়াতেই থাকিম।

—সেইটো কথা নহব চাব। চীনাবিলাক আহিলে আপুনি এক দিনো ইয়াত থাকিব নোৱাৰে। সিহঁতে ভৈয়ামৰ মানুহ পালে গুলি দি মাৰি পেলাব।

এনে সময়তে গাওঁখনৰ পৰা কুকুৰৰ ভৌ ভৌৱনী শব্দ শুনি অহাত দুয়ো বুজি পালে যে আৰু চিপাহী আহি আছে। আগ পিচতেই

এজন এজনকৈ শাৰী পাতি এজাক চিপাহী গাওঁখনৰ পৰা নামি আহিব ধৰা দুৱাৰ খোলা খিড়িকিখনেৰে দেখা পালে। হাতত বিভিন্নধৰণৰ বন্দুক আৰু পিঠিত একোটা বোজালৈ অনিশ্চয়তাভৰা ভৱিষ্যতৰ উদ্দেশ্যে দলগত দিশলৈ নামি গৈ আছে। সিহঁতৰ নিস্তব্ধ দীঘল সমদলটোলৈ চাই আকাই ফুচ্ ফুচাই সুধিলে।

—চিপাহীবিলাক ঘূৰি আহিবনে চাৰ?

সকলো নাহে আকা। সিহঁতৰ বহুতজন ৰৰক্ষৰ মাজত চিৰদিনলৈ হেৰাই যাব।

—সেই কথা সিহঁতে জানে নেকি চাৰ?

—জানে, তথাপি সিহঁত উভতি যাব নোৱাৰে। সিহঁতে যে কচম খোৱা চিপাহী।

—কি কচম খাই আহিছে চাৰ?

—দেশখন ৰক্ষাকৰাৰ কচম খাই আহিছে আকা। সহজ কথাৰে আকাক বুজাবলৈ চেষ্টা কৰিলে।

- বহুত বেয়া লাগে দেই চাৰ। চৰকাৰী নিয়মবিলাক খুউব কাঢ়া নহয়নে?'

—তোমালোকৰ নিয়ম বিলাকতকৈও কাঢ়ানে আকা? বতনে হাঁহি কথাতো সুধিলে যদিও আকাই একো উত্তৰ নিদিলে। তাইও বুজিলে যে চিপাহীয়ে চাকৰীটো এৰি দিলেই ঘৰলৈ উভতি যাব পাৰিব। কিন্তু তাদামে ভাৰ কিনা ছোৱালীজনীক মৰিশালীৰ পৰা হলেও বুটলি আনিব -সেই কথাৰ অন্যথা হব নোৱাৰে—।

## ১৭ পাঁচ হাতৰ পিচত—

—এ জিমি তাপৰ এদাৰেৰে ও কাটিন মা। কোন জিমি তাপৰ মই চিনি নাপাওঁ বুলি প্ৰায় চিঞৰি উঠি খাপৰ পৰা দীঘল দা-খন একে টানে উলিয়াই তাদামে ঘৰৰ চাংখনৰ ওপৰতে খাপ এটা মাৰিলে। লাহে দুতোখৰ মান কটা গৈ চিটিকি উফৰি মোৰাত জু-হালৰ ওচৰতে বহি থকা অওহি বওহি দুজন মানে দা-লৰাই বহিৰলৈ বাধ্য হ'ল।

এনেয়ে তাদামৰ থং চুলিৰ আগতে থাকে। সেই বাংলোৰ মানুহে তাদামৰ পৰা পৰাপক্ষত দা এৰাই চলে। বাপেকে এৰি থৈ যোৱা অগাধ সম্পত্তিৰ মালিক তাদামক মানুহে সমীহো কৰে। পাঁচজনী তিৰোতাৰে তাদামৰ ঘৰটো সেই বাংলোৰ ভিতৰতে দীঘল ঘৰ। আবেলি পাঁচ মৈণীয়েকৰ পাঁচটা জুহাল একেলগে জ্বলিলে চালফুটি ওপৰলৈ উৰা ধোৱাঁৰ কুণ্ডলী ওচৰ পাঁজৰ বহুতো গাৱঁৰ পৰা দেখা পায়। দূৰৰ পৰা আগ্নেয়গিৰিৰ মুখ যেন লাগে।

সেই তাদামক, কিনি থোৱা হোৰালীৰ দাম ওভোতাৰ খোজা মানে কেচা কোদোৰ বাহত খোচ মৰাৰ সমানেই হ'ব বুলি জানিও তাপৰে মানুহ পঠিয়াজে দাম ওভোতাই দিয়াৰ প্ৰস্তাৱ দি। তাপৰে ভাবিলে যে দিনবিলাক যেতিয়া সলনি হ'ব ধৰিছে, তাদামৰো নিশ্চয় সলনি হৈছে। লোহা অ-ব্যৱহৃত হৈ থাকিলে মামৰ ধৰে, গছো বুঢ়া হলে বাগৰি পৰে যেতিয়া মানুহৰ মনো বয়সৰ লগে লগে সলনি হব ধৰে। সেই দৰে ভাবি তাপৰে পাঁচুৰে মানুহ এজনক গেনভুং পাতি তাদামৰ তালৈ পঠিয়ালে। আগবেলা গাওঁ আহি পোৱা গেনভুংজনে সন্ধিয়া তাদামৰ ঘৰলৈ গৈ যেতিয়া দাম ওভোতাই দিয়াৰ প্ৰস্তাৱ আগবঢ়ালে তেতিয়া তাদামে লগে লগেই চিঞৰিলে।

—জিমি তাপৰ এদাৰেৰে ও কাটিনুমা। চৰকাৰি কম ও কাটিন মা। তাপৰৰ প্ৰস্তাৱ নামানো বুলি কোৱাতো ডাঙৰ কথা নহয়, কিন্তু চৰকাৰকো মই নামানো বুলি তাদামে চিঞৰা কথাফিটাৰ অন্তৰালত যেন বহুতো অৰ্থ লুকাই আছিল। কেতিয়াবা থং উঠিলে দুই চাৰি-জন পুৰণি মানুহে চৰকাৰ কোন বুলি চিঞৰিলেও আইনক অমান্য নকৰে। স্বাধীনতাৰ প্ৰথম অৱস্থাত কোনো কোনো সমাজত অস্থিৰতা

বিৰাজ কৰিছিল যদিও পিচলৈ নতুন চৰকাৰে উন্মোচন কৰা সামাজিক আৰু অৰ্থনৈতিক আঁচনিসমূহক সিহঁতে নিজৰ বুলি আদৰি লৈছিল। অজাতি সমাজখন লাহে লাহে খাজাতি হ'ব ধৰিছিল। তেনে এক পৰিৱৰ্তনৰ দিনতেই আহিছিল বাষষ্ঠিৰ চীনা আক্ৰমণ। চীনৰ সেই শক্তিশালী আক্ৰমণৰ সন্মুখত ভাৰতৰ সীমান্ত পহৰাদাৰী পুলিচ বাহিনী চেদেলী ভেদেলী হৈ গৈছিল। চীনা সৈন্যৰ বাধাহীন অগ্ৰগতিক বাধা দিবলৈ পিচত ভাৰতীয় বাহিনী আগবাঢ়ি গৈছিল যদিও তেতিয়া বহুতো পলম হৈ যায়। প্ৰতিৰক্ষাৰ সকলো আয়োজন ভাঙি পৰাত প্ৰশাসনীয় ব্যৱস্থাতো খেলি-মেলি লাগিল। সীমান্তৰ পৰা হাজাৰ হাজাৰ গাওঁবাসী ভৈয়ামৰ দিশলৈ নামি আহিব ধৰাত চাৰিওপিনে বিশৃঙ্খলতাই মূৰ দাঙি উঠিলে। চৰকাৰি বিষয়া কৰ্ম্মচাৰীসকলক নিৰাপদ ঠাইলৈ আঁতৰি যোৱাৰ নিৰ্দেশ অহাত প্ৰশাসন অচল হৈ পৰিল। শত্ৰুপক্ষই চৰকাৰি খাদ্যভাণ্ডাৰ সমূহ হস্তগত কৰিব নোৱাৰাকৈ পুৰি পেলোৱা হ'ল। আতৰাব পৰা চৰকাৰি নথি-পত্ৰ আৰু সা-সম্পদ সমূহ নিৰাপদ ঠাইলৈ নিয়া হ'ল যদিও বাকীখিনি নৈত উটুৱাই নাইবা জুইত দলিয়াই নষ্ট কৰা হ'ল। বিশৃঙ্খলতাৰ এনে পৰিস্থিতিয়ে গাওঁবাসী কিছুমানৰ মনত এনে ধাৰণাকো সৃষ্টি নকৰাকৈ নাথাকিল যে ভাৰতীয় প্ৰশাসন আৰু উভতি নাহে। লগতে চীনা সৈন্য বাহিনীৰ আগে আগে অহা গুপ্ত প্ৰচাৰকসকলে গাঁওবাসীৰ মাজত এনে উৰা বাতৰিকো প্ৰচাৰ কৰিলে যে পৰ্বতীয়া অধিবাসীসকল চীনাসকলৰে অওহী বওহী। জাতে, পাতে, দেখাই শুনাই মিলা একেই মানুহ।

ৰাজনৈতিক অস্থিৰতাৰ সেই উথল মাথলৰ সুযোগতে তাদামে চিঞৰি উঠিল—

—এ জিমি তাপৰ এদাবেৰে ও কাচিন্ মা—

—চৰকাৰি কম ও চেন্মা।

চৰকাৰখন যেন এতিয়া তাদামৰ মুঠিত হৈ পৰিল। পুৰণি হিচাপ-নিকাচ মীমাংসা কৰাৰ এইয়ে সুযোগ বুলি তাদামে ধৰি ললে। তাপৰে পঠোৱা সেনজুংজনে যেতিয়া আকৌ এবাৰ কৈ চালে যে—জাপিলে যেখোন হটা একেদিনাই দিব বুলি তাপৰে কৈছে, তেতিয়া তাদামে বাওঁহাতৰ ভজুৰাখন ওঁঠ দুটাত লগাই 'পুট' কৰে শব্দ এটা উলিয়াই সেই প্ৰস্তাৱক হতিকিং কৰিলে। এখোপা খু চাওৰ ওঁঠৰতে

খেপ কৰে পেলাই পেনড়ুঙক চিঞৰি শুধিলে—

—ও আহু তাপেৰ ও তিংপে লাগিদো ? মই পেলোৱা থু মইয়ে আকৌ চেলেকি খাব লাগিব নেকি বুলি পেনড়ুঙক শুধিলে। পেন-ডুঙে নমতা দেখি তাপবৰ ওপৰত থকা খণ্ডটো এইবাৰ ভালকৈয়ে জাৰিলে।

—তিংৰে বলো তাপৰ তিংৰে। ও তিংমা। খালে তাপৰেই খাব, মই নাখাওঁ বুলি কৈ পেনড়ুঙক সোঁৱৰাই দিলে—

—নতুন জোন ওলাবলৈ আৰু এমাহ বাকী আছে। তাৰ পিছ-তেই মই ছোৱালী আনিবলৈ যাম। যদি কাৰোবাৰ ক্ষমতা আছে বাধা দি চাবলৈ কৰি।

এইবুলি এক্ কঠোৰ মনোভাৱ প্ৰকাশ কৰি তাদামে ভিতৰ কোঠালৈ উঠি শুহি গ'ল। সি উঠি যোৱা দেখি পেনড়ুঙহঁতেও মিমাংসাৰ পথ বন্ধ বুলি ধৰি লৈ তাদামৰ ঘৰ এৰি গুছি আহিল। শৃঙ্খলাবদ্ধ আৰু প্ৰগতিমুখী সমাজখনলৈ বিশৃঙ্খলতা পুনৰ উভতি অহাত এনেদৰেই উদগনি দিলে বাষষ্ঠিৰ বিপৰ্য্যয়ে। ঘৰ সাজি থাকিব ওলোৱা মানুহ খিনিক আকৌ অযৰী কৰিব খুজিলে, চীনে জাপি দিব খোজা অবাঞ্চিত যুদ্ধখনে।

পেনড়ুং উভতি যোৱাৰ এসপ্তাহৰ ভিতৰতে তাদামে অওহি বওহঁক ওচৰ চপাই মাতি আনিলে। এমুঠিয়া শিওৰ মেথোন এটা কাটি তাৰ মঙহ সকলোকে খাবলৈ দি চিঞৰিলে—

—জিমি তাপৰৰ বওহতকৈ তাদামৰ বওহ সৰু নহয়। আনে কিনিখোৱা মাইকী কিমানদিন ধৰি ৰাখিব পাৰে আমিও চাই ল'ম।

মেথোনৰ মঙহ খাই সিহঁতে কথা বান্ধিলে যে নতুন জোন ওলাবৰ দিনাই ছোৱালী আনিবলৈ সিহঁতে জিমি গাঁৱলৈ ৰাওনা কৰিব। পলুৱাইও নহয়, ফুচুলাইও নহয়,—হাতে ভৰিয়ে বান্ধি ভাংকোলাকৈ পাহৰি অনাদি ওলোমাই আনিব।

—আৰু চিপাহী আহিছে চাৰ, চীনাবিলাক কিজানি আজি পাৰই

খিড়িকীৰে বাহিৰলৈ জুমি চাই থকা আকাৰ কথা শুনি ৰতনেও খিড়িকীৰে চাই দেখা পালে এজাক চিপাহী ফুলৰ কামেৰে সদৰলৈ বুলি ওভতিব ধৰিছে। যুদ্ধক্ষেত্ৰ এৰি গুচি অহা সেই সৈন্যবাহিনীৰ ভাঙিপৰা মনোবল দেখি ৰতনৰো মন ভাঙি পৰিব ওলাল। অস্ত্ৰহীন সেই সৈনিকসকলৰ গাত তেতিয়া সামৰিক বাহিনীৰ সম্পূৰ্ণ পোচাক নাছিল। সিহঁতৰ কিছুমানৰ ভৰিত বুট জোতাও নাছিল। এজন আহত জোৱানে আন দুজনৰ কান্ধত ভৰ দি গৈ থকা ৰতনে দেখা পালে। আহত জোৱানজনৰ তেজ কৰাল বন্ধা সোঁ-বাউসীৰ মলিয়ন বেণ্ডেজটোও ৰতনৰ চকুত পৰিল। জোৱানজন যে দুৰ্বল আৰু তীব্ৰজ্বৰত কাতৰ হৈ পৰিছে সেই কথাও ৰতনে বুজি পালে। ৰণ ভগনীয়া জোৱান সকলৰ দুৰ্বল পদক্ষেপবিলাকৰ পৰা ৰতনৰ বুজিবলৈ বাকী নাথাকিল যে সিহঁত ক্লান্ত আৰু ক্ষুধাৰ্ত। পাঁচ ছয় দিনৰ পথ শ্ৰমে সিহঁতৰ দেহাৰ অৱশিষ্ট শক্তিখিনিকো যেন নিঃশেষ কৰি পেলাইছে। ৰণ-ক্ষেত্ৰলৈ আগবাঢ়ি যাওঁতে যি উদ্যম আৰু মনোবল সিহঁতৰ আছিল আজি সেই সকলো কথা যেন অতীত হৈ গৈছে। সম্মুখত আৰু তিনিদিনৰ পথ, পিচপিনে ধূমুহা গতিত আগবাঢ়ি অহা চীনৰ বিখ্যাত পি.এল.এ বাহিনী। সিহঁতে যে সদৰ পাবগৈ ৰতনৰ সন্দেহ হয়।

তেতিয়া আবেলি হৈছিল মাত্ৰ। সূৰ্য্যাস্তৰ সময় নহলেও সোৱনশিৰিৰ সিপাৰৰ ওখ পৰ্বত মালাৰ শিখৰ পাৰ হৈ বেলিটো পশ্চিমলৈ নামি যাব ধৰাত সেই পৰ্বতমালাৰ দীঘল ধূসৰ ছাঁটোৱে জিমি গাওঁখনক লাহে লাহে গিলি পেলাব ধৰিছিল। জোৱান সকলৰ অৱস্থা দেখি ৰতনৰ মন সহানুভূতিৰে ভৰি পৰিল। দেশৰ কাৰণে নিজকে আহুতি দিব ওলোৱা জোৱানসকলৰ প্ৰতি সহানুভূতি জনাবলৈ ৰতনৰ মন উচপিচাব ধৰিলে। সহানুভূতিৰ বশৱৰ্তী হৈ সি লাহে লাহে সমদলটোৰ ওচৰচাপি গ'ল। আকাই খিড়িকীখনেৰে তালৈ চাই থাকিল।

—বাবুজী থিনেক্কী পানী খোৰি চি মিংলগী? সমদলটোৰ এজন জোৱানে ককেঁতুৰ ধমকি ৰতনক পানী খুজিলে। আতুৰতে ভৰপুৰ জোৱানজনৰ

কোট্ৰ প্ৰজ চকুদুটালৈ চাই ৰতনৰ বেয়া লাগি গ'ল। বিজয়ী সৈন্যৰ পিতৃত্ব দাবী কৰিবলৈ বহুজন আগবাঢ়ি আহে, কিন্তু পৰাজিত সৈন্যৰ বাবে কোনো নাহে—সিহঁত অনাথ হৈ পৰে, সেইকথাৰ অৰ্থ তেতিয়াহে ৰতন কাকতিৰ বাবে স্পষ্ট হৈ পৰিল।

—শুকৰু মিজেলি। আপ থোৰাচা খেৰিয়ে, মেই আভি পানী লে আতাহু। এই বুলি উত্তৰ আহিব ধৰোঁতে জোৱানজনেও কিবা ভাবি ৰতনৰ পিচে পিচে আহিল। আকাই আনিদিয়া পানীৰ মগটো একে উশাহতে নিঃশেষ কৰি জোৱানজনে ৰতনলৈ চালে—

—আপ য়হা.... ..?

—মেই য়াহাকা মাষ্টাৰ হুঁ।

—আপকি.....? আকালৈ চাই প্ৰশ্ন কৰিব ধৰোঁতেই ৰতনে তপৰাই উত্তৰ দিলে।

—জী হাঁ--ইয়ে মেৰি পত্নি।

---আপলোগ নিচে নেহি যায়েঙ্গে ? দুচমনতো বহুত নজদিগ আপহুচা। য়হা ৰহনা তো খতৰনাক হোগা মাষ্টাৰজী। এই বুলি কৈ জোৱানজনে সময় নষ্ট নকৰি সমদলটোলৈ বুলি খৰখেদাকৈ উভতি গ'ল। যাওঁতে কৈ গ'ল "জঙ্গ এ ময়দান মে শ্বহীদ হোজানা ভি বেহ্তৰ হায়, পৰ পাক্‌ৰা জানা বুজ দিলোকা কাম হ্যায়। হামে তো লৰনেকে লিয়ে জীনা হোগা মাষ্টাৰজী---

—খোদা হাফিজ।

ৰতনে বুজিলে জোৱানজন মুছলমান। খোদা হাফিজৰ কি উত্তৰ দিব বিচাৰি নাপায় হাতখন জোকাৰিয়েই বিদায় জনালে। উভতিৰ খোজোতে কোনোবাই ইংৰাজীতে সম্বোধন কৰা ৰতনে শুনিলে।—হেল্লোচাৰ। ৰতনে ঘূৰি চাই দেখা পালে ডেকা বয়সৰ চট্‌পতিয়া এজন জোৱান আগবাঢ়ি আহি আছে। কান্ধত বিষয়াৰ মৰ্য্যাদাসুলভ কোনো তাৰকা নাছিল যদিও ৰতনৰ অনুমান হ'ল যুৱকজন নিম্ন খাপৰ বিষয়াই হব লাগিব। ডেকা বিষয়াজনে ইংৰাজীতে নিজৰ পৰিচয় দিলে।

—মই লেঃ নাথিয়াৰ। মোৰ লগত এজন আহত জোৱান আছিছে। আপোনাৰ ভাত বিষ উপশম ঘটোৱাৰ কিবা ঔষধ পামনেকি মিষ্টাৰ···?

—ৰতন কাকতি মোৰ নাম। এই বুলি হাত আগবঢ়াই কৰমৰ্দন কৰিলে। মোৰ লগত কেইটামান এনাচিন হব পাৰে—তাকে কাম চলাব নে ?

—নিশ্চয়, নিশ্চয়।

একো নোপোৱাত ভাবেই কাম চলাব লাগিব। সম্মুখত কমলাত হস্পিটেল থকা ঠাই পামনেকি মিষ্টাৰ কাকতি?

—দুঃখীত হলো। সকলো সদৰলৈ ইতিমধ্যে নামি গৈছে।

—অ' হেল্। অলপ বৈ সুধো নুসুধোকৈ লেঃ নাথিয়াৰে সুধিয়েই পেলালে
—খাবলৈ কিবা পোৱা যাবনে? মোৰ বাবে নহয়, আহত জোৱানজনৰ বাবেহে সুধিছো। বিষয়াজনৰ কৰ্তব্যপৰায়ণতাত ৰতন মুগ্ধ হয়। কিনো দিব বুলি ভাবি চৌকাৰ কাষত ওলোমাই থোৱা পকা কল এক আখিকে উলিয়াই আনিলে। আকাই আঁতঙ্কিত ভাবে ৰতনৰ কাম-কাজ চাই আছিল। মিলিটাৰী বুলিলে গাঁৱৰ মানুহবে অলপ আতৰিয়েই ফুৰে। সেউজীয়া পোচাকযোৰাক সিহঁতৰ বৰ ভয়। কিন্তু সেই পোচাকযোৰাৰ ভিতৰতো যে মানুহৰ অন্তৰ লুকাই থাকিব পাৰে সেই কথাক হয়তো বহুতেই অনুভৱ নকৰে। কল আখি আৰু এনাটিন কেইটামান কাগজ এখনেৰে মেৰিয়াই বাহিৰত থিয় দি থকা বিষয়া-জনৰ হাতত ৰতনে তুলি দিলে।

—ইয়াত পাবলৈ একোৱেই নাই। এইকিটা দিবলৈ লাজেই লাগিছে।

—আপোনাক বহুত ধন্যবাদ। জোৱানজন ক্ষুধাৰ্ত, এইকিটা তাৰ বহুত উপকাৰত আহিব। মোৰ ইউনিট হৈছে অষ্টম ৰাজপুত ৰেজিমেণ্ট। কেতিয়াবা তেজপুৰলৈ আহিলে, মোৰ আলহী হলে মই কৃতজ্ঞ হম। বাই-বাই বুলি কৈ লেঃ নাথিয়াৰ সমদললৈ উভতি গ'ল। কলকিটা পিঠিৰ বেগত ভৰাই এনাটিনকিটা জেপত ললে। যাওঁতে যাওঁতে কৈ গ'ল— মই ভাবো আপুনি ইয়াত নথকাই ভাল। শত্ৰুৱে আমাক বিচ্ছিন্ন কৰিবৰ উদ্দেশ্যেৰে নৈৰ সিপাৰেদি আহি আছে।

এনেতে দূৰৈৰ পৰা লঘু মেচিন গানৰ টাট্-টাট্-টাট্-টাট্ শব্দ ভাহি আহিল। তাতোকৈ নিলগত মৰ্টাৰ ফুটা শব্দ ৰতনৰ কাণত পৰিল। গৈ থকা লেঃ নাথিয়াৰে ৰতনলৈ উভতি চাই হাতৰ ইংগিতেৰে বুজাব খুজিলে যে সেয়া চুটি চাপৰ পৰ্বত আৰত চীনা সৈন্যৰ গোলা বৰ্ষণ। মেচিন গান আৰু মৰ্টাৰৰ শব্দই ৰণ ভংগ দিয়া জোৱানসকলৰ গতি বেগ বঢ়াই তুলিলে। সেই বিক্ষিপ্ত গুলিয়া গুলীৰ শব্দ ক্ৰমাৎ ওচৰ চাপি অহাত ৰতনৰ বুজিবলৈ আৰু বাকী নাথাকিল যে নিশাৰ ভিতৰতে চীনা-সকলে জিমিথাং পাৰ কৰি যাব।

লৈ: নাম্বিয়াৰক বিদায় দি দু:চিন্তাৰে ভৰপূৰ মনটো লৈ ৰতনে ঘৰটোৰ ভিতৰলৈ সোমায় অহাৰ লগে লগে আকাই তাৰ হাতত এখনত খামোচ মাৰি ধৰিলে। আগন্তুক বিচ্ছেদৰ বেদনাই তাইক কন্দুৱাই তুলিলে।

—চাৰ আপুনি গুছি যাওক বুলি উত্তেজিত ভাবে কৈ আকাই ৰতনৰ ভিতিত সাবটি ধৰিলে।

—কলৈ যাব কৈছা আকা? ৰতনো বিমোঢ়। এহাতে আকালৈ থকা তাৰ গভীৰ মৰম আৰু আনহাতে নিৰাপদ ঠাইলৈ আঁতৰি যোৱাৰ বাবে চৰকাৰে দিয়া কঠোৰ নিৰ্দেশৰ মাজত থিয় দি ৰতন কাকতি বিমোৰত পৰে।

—ভেৱামলৈ। ইয়াত আৰু বেছি দেৰিলৈ থাকিলে আপোনাৰ বিপদ হ'ব চাৰ।

—তোমাক বিপদৰ মাজত পেলাই থৈ মই ক'ত শান্তি পাম আকা? তেনে অন্যায় মই কৰিব নোৱাৰো।

এনেতে দূৰৈৰ পৰা ৰতাহত ভাহি অহা লঘু মেচিন গানৰ ধাৰাবাহিক গুলীবৰ্ষণৰ শব্দ দুয়ো শুনিবলৈ পালে। সেই শব্দই আকাক আৰু অধিক অস্থিৰ কৰি তুলিলে—

—আপোনাৰ কোনোৰ কথা মই নুশুনো। এই বুলি কৈ আকাই ৰবাজৰিকৈ মোনা এখনত খাদ্যবস্তু থি হাতৰ ওচৰত পালে তাকে ভৰাই দিলে। টৰ্চ লাইটটো আৰু মোনাখন ৰতনৰ হাতত তুলি দি আকাই ৰতনক এক প্ৰকাৰ বলেৰে ঠেলি ঘৰৰ পৰা বাহিৰলৈ উলিয়াই দিব বিচাৰিলে।

—কি কৰিছা তুমি আকা?

এনেতে ওলোমা দলংখনৰ দিশত হোৱা প্ৰচণ্ড বিস্ফোৰণৰ শব্দই স্কুলৰ চৌহদটো কঁপেকৰ বাবে থৰ্ থৰাই কপাই তোলাত আকাই ভয়তে ৰতনক সাবটি ধৰিলে। অগ্ৰগামী চীনা সৈন্যই ওলোমা দলংখন দখল কৰি লয় বুলি ভাৰতীয় সামৰিক ইঞ্জিনিয়াৰসকলে বিস্ফোৰণেৰে দলঙৰ খোপনি উকৰাই পেলালে। আঠভাল আধা ইঞ্চি শকত তীখা তাঁৰ, খোপনি বিহীন হৈ শোৱনশিৰিৰ পানীত পৰাৰ লগে লগে বিচ্ছিন্ন হৈ প'ল এক স্থায়ী যোগাযোগৰ ব্যৱস্থা। সময়বিগ্ৰাক যেন আকৌ উভতি প'ল কুৰিটা বছৰ পিচলৈ। উভতি প'ল জিমি আৰু জিলি বাংলোৰ মানুহে নৈৰ বুলিত মাছমৰা লৈ কটাকটি কৰা অশান্ত দিনবিলাকলৈ।

বিস্ফোৰণৰ শব্দ ওচৰ পাজৰৰ পাহাৰবিলাকত ঠেকা খাই খাই দুৰ্বল হৈ পৰাৰ লগে লগে আকাই ৰতনলৈ চাই চিঞৰি উঠিল—

—চাৰ, ইন্‌লাক, ইন্‌লাক, ইন্‌লাক।

—হ'বা আকা, ইমান অধৈৰ্য্য হৈ পৰিছা কিয়? এনেতে তাপৰ জিমি ঘৰৰ ভিতৰলৈ সোমায় আহিয়েই ৰতনক ক'লে--

—মাষ্টৰ, আপুনি এতিয়াও ইয়াত কি কৰি আছে?

—কিয় গাওঁবুঢ়া? তাপৰৰ কুঁচিত চেলাউৰীত ৰতনে যেন প্ৰকৃত বিপদৰ ইঙ্গিত ভেটিয়াহে দেখা পালে।

—গাঁৱৰ ওখ ঠাইত থিয় দি আমাৰ ডেকাবিলাকে চীনা চিপাহী দেখা পাইছে। সিহঁত কিমান আহিছে তাৰ হিচাব নাই। গাঁৱৰ বহুতে ধান চাউল, কুকুৰা, গাহৰি লৈ গাওঁ এৰি গুচি গৈছে। ইয়াত থাকিলে বিপদাৰ হব মাষ্টৰ।

—ক'লৈ যাম গাওঁবুঢ়া? ৰতনে নিজকে বৰ অসহায় অনুভৱ কৰাযেন দেখি তাপৰে অলপ ম্লান হাঁহি মাৰিলে—

মাষ্টৰ! এই তাপৰ জীয়াই থাকোতে চিন্তা কিয় কৰিছে? এই বুলি তাপৰে ৰতনৰ হাতত ধৰিলে।

—আকাৰ কি হব গাওঁবুঢ়া? ৰতন কাকতিয়ে বিপদৰ মুহূৰ্তত তাপৰ জিমিৰ ওচৰত আত্মসমৰ্পণ কৰিবলৈ বাধ্য হ'ল। সি জানে পোৱন-শিখিৰ সিপাৰে থকা চৰকাৰী পদ পথটো এতিয়া চীনাসকলৰ দখলত। ইটোপাৰৰ আওভাও সি একোকে বুজি নাপায়। সি ধৰি ললে যে তাপৰে নিৰাপত্তাৰ কিবা উপায় কৰি দিব।

—আকা ইয়াতে থাকিব। আকাৰ জিম্মা মই লৈছো হবনে মাষ্টৰ?

এনেতে কেইজন মান আৰ্ত ভাৰতীয় চিপাহী আহি ৰতন কাকতিৰ ঘৰত সোমায় পৰিল। বুভুক্ষু আৰু বিভ্ৰান্ত সেই চিপাহীকিজনৰ আতংকিত মুখ বিলাকলৈ চাওঁতে সিহঁতৰ এজনে কলে—

—বাবুজী হামে কৃপা কৰকে নিচে যানেকা ৰাস্তা দেখা দিজিয়ে।

—হামেভী ইধৰকা ৰাস্তা মালুম নেহী হ্যায়। গাওঁবুঢ়ানে দিখা চাকেগা বুলি ৰতনে উত্তৰ দিয়াত—

—কায়—ইনলাক। বলা যাওঁ বুলি তাপৰে ৰতনক হাতত ধৰি টানি লৈ গ'ল, লগতে ওলাই গ'ল বিভ্ৰান্ত চিপাহীকিজন। যাওঁতে যাওঁতে ৰতনে আকাক কৈ গ'ল—যদি নমৰো মই আকৌ উভতি আহিম আকা

... আৰু কিবা কব বিচাৰিছিল ৰতনে, কিন্তু কোৱা আৰু নহ'ল। ৰতনে কি কৈ গ'ল সেইকথা আকাই শুনিলেনে নাই বুজিব নোৱাৰি। বাৰাণ্ডাৰ খুটা এডালত ধৰি তাই তৰাতৰা আকাশখনৰ পিনে একেথৰে চাই থাকিল। অশ্ৰুৰে উপচি পৰা দুচকুৰে নামি আহিল গাভৰু মনৰ দুখন নৈ, গঙ্গা আৰু যমুনা। এন্ধাৰৰ গৰ্ভলৈ সোমাই যোৱা ৰতন কাকতি যেতিয়া চকুৰে নমনা হ'ল তেতিয়া আকা গাভৰুৰে বাহৰ খুটাডালৰ গুৰিতে মাটিত বহি পৰিল। দুহাতৰ তলুৱাৰে মুখ ঢাকি তাই হয়তো কান্দিলে, ওৰে নিশা কান্দি কান্দি তাই ৰতন কাকতিৰ বিচনাখনতে বাগৰি থাকিল।

আমহাতে ৰতনক বাট দেখুৱাই নি পুৱতি নিশা যেতিয়া এডোখৰ জিৰণি লোৱা মুকলি ঠাই পালেগৈ তেতিয়া তাপৰ ৰৈ থিয় দিলে—

—এতিয়া ৰাতি পুৱাল মাষ্টৰ। মই আৰু নাযাওঁ। এই বাটেৰে চিধা গৈ থাকিলে আপুনি পাই যাব।

—কি পাম গাওঁবুঢ়া?

পথুলি সদৰ পাব, তাৰ পিচত ভৈয়াম। এই বুলি কৈ তাপৰে হাঁহিলে। বিস্মিত ৰতনে কৰবৈ একো উত্তৰ নাপালে। তাৰ ধাৰণা আছিল তাপৰে তাক নিৰাপদ ঠাইত নি লুকুৱাই ৰাখিব।

—মইতো ভৈয়ামলৈ যাব খোজা নাই গাওঁবুঢ়া।

—ইয়াত নহয় মাষ্টৰ। পাহাৰৰ মানুহৰ নিচিনা আপুনি কষ্ট কৰিব নোৱাৰিব। আপোনাৰ কষ্ট হলে, চীনা চিপাহীয়ে ধৰি নিলে মোৰ বদনাম হব। মানুহে তাপৰ জিম্রিক হাঁহিব। কায়, ইন্‌লাক বুলি যৰমতে ৰতনৰ গাটো অলপ পিহি দি তাপৰে ৰতনক লুংলুঙীয়া বাটটো দেখুৱাই দি যাবলৈ ওলাল। লগত অহা চিপাহীকিটাই সিহঁতৰ লগ কেতিয়া-বাতে এৰি থৈ গৈছিল। অকলশৰীয়া ৰতনে তথাপি এবাৰ সুধি চালে—

—আপুনি কি ভাবিছে গাওঁবুঢ়া।

অলপ ৰৈ তাপৰে উত্তৰ দিলে—

—এই তাপৰে ইংৰাজে দিয়া ৰঙা নিমখ কেতিয়াও খোৱা নাছিলো। এতিয়া চীনাই অনা হালধীয়া গুটীয়া নিমখ খাম নেকি?

—আপুনি তেনেহলে কি কৰিব খুজিছে গাওঁবুঢ়া? তাপৰে দিয়া উত্তৰৰ মাজত যেন ৰতনে ৰাকচৰ গোন্ধ পালে।

—কি কৰিব খুজিছো মাষ্টৰ সুধিছে? চৰকাৰে দিয়া এইটো বন্দুক হাতত থাকে মানে মই চৰকাৰি হৈয়ে থাকিম—চীনাৰ গোলামী নকৰো।

এইবুলি কান্ধত ওলোমাই অনা একনলীয়া কার্টুজ বন্দুকটো হাতত তুলি ললে। বুকুত মেৰিয়াই ৰখা গুলীৰ পেটিদালত হাত ফুৰাই হাঁহি হাঁহি কলে—ইয়াত চৰকাৰে দিয়া বিশটা গুলি আছে। এটাও আজিলৈকে খৰুৱা মাৰিছোঁ। এই বিশটা গুলিৰ ঊনৈশটা চীনাৰ কাৰণে আৰু এটা মোৰ কাৰণে হব, মাষ্টৰ। অলপ ৰৈ আকৌ কলে—

—যাওক মাষ্টৰ,—যুদ্ধ শেষ হলে আপুনি উভতি আহিব। আপুনি উভতি নাহে মানে আকা মোৰ জিম্মাতে থাকিব। এমাহ, এবছৰ নহয়; যিমান দিন তাপৰ জিমি জীয়াই থাকিব। আমি জংগলীৰ মানুহ—ঘৰ-বাৰী বুলিবলৈ সকলো দুদিনীয়া। তৈয়াৰৰ নিচিনা আমাৰ মৰিশালী নাই, য'তে মৰো তাতেই মৰিশালী। হাবিৰ বাঘ-ভালুক যেনেদৰে জীয়াই থাকে, তাপৰ জিমিও তেনেদৰে জীয়াই থাকিব মাষ্টৰ ......।

আৰু কিবা কব খুজিছিল তাপৰে, কোৱা আৰু নহল। চৰকাৰে দিয়া ৰঙা কোট্ চোলাটো গাৰপৰা খুলি পিঠিৰ নাৰাটোত ওঁৰাই ললে। বুকুৰ পেটিদালৰ পৰা গুলি এটা উলিয়াই বন্দুকটোত খাজি লৈ বৃদ্ধ তাপৰে জিমিলৈ বুলি উভতি গ'ল। যি বাটেৰে সি ৰতন কাকতিক পথ দেখুৱাই আনিছিল, সেই বাটেৰে উভতি নগৈ সোঁফালৰ ঠিয় পাহাৰখনলৈ বুলি খোজে খোজে উঠি যাব ধৰিলে। অলপ দূৰ উঠি তললৈ উভতি চায় ৰতনক তেতিয়াও তাতে ঠিয় হৈ থকা দেখি হাতৰ ইংগিতেৰে গুছি যাবলৈ কলে। তাৰ পিচত তাপৰ সোমাই পৰিল গভীৰ অৰণ্যৰ মাজত বাঘ, ভালুকৰ পৃথিৱীখনত। তাপৰ গুছি যোৱাৰ পিচতো ৰতনে এবাৰ জিমি পাৰৰ দিশলৈ উভতি চালে। তেতিয়া উত্তৰৰ আকাশত জুইৰ ৰং। সদৰলৈ বুলি খোজ আগবঢ়ালে যদিও ৰতন কাকতিয়ে বেছি দূৰ যাবলৈ নাপালে। সোৱনশিৰিৰ পাৰে পাৰে ইকৰাণিৰ মাজে মাজে অলপ দূৰ বৈ থাকোতে এডোখৰ বালিময় মুকলি ঠাই পাওঁতে তাৰ পানী খাবলৈ মন গ'ল। পানী খুবলীৰ কাষ চাপি আঠুকাঢ়ি আজলী ভৰাই পানী খাবলৈ লওঁতে সিপাৰৰ পৰা অহা এজাক লঘু মেচিনগানৰ গুলিয়ে তাৰ দেহাটো থকা-সৰকা কৰি পেলালে। এপাক ঘূৰি মুখ থেকেচি ৰতন কাকতি বাগৰি পৰিল। সোৱনশিৰিৰ চোঁ চোঁ কৰে বাগৰা বালি তাৰ তেজেৰে ৰাঙলি হৈ উঠিল। দুহাতেৰে বালি খামুচি খামুচি ৰতনকুমাৰ কাকতি চিৰকাললৈ এই পৰিচিত অজান্তি মুলুকৰ অচিন মাটিত।

নিৰ্জনিয়া অকলশৰীয়া চিনিপোৱা মানুহে তাৰ মৃত শৰীৰটো সেই বালিতে গাঁত খান্দি পুতি থলে। তিন-ছেমাই লোকোৱাকৈ তাৰ ওপৰত শিলগুটি কিছুমান সমাধিটোৰ ওপৰত পাৰি দিলে। তেতিয়া নতুন বছৰ ওলাবলৈ আৰু দহদিন বাকী আছিল।

১৯

ৰতনে জিমিগাওঁ এৰি যাবৰ পিচতে পূৰ্ব্বতী নিশা আকাই মাতৃত্ব লভিলে। খবৰ পাই মাকে উধাতু খাই দৌৰি আহিল। সকলো খণ্ড পাহৰি তাকমো আহিল। খবৰটো বিয়পি যোৱাৰ লগে লগে জিমি পাৰ্ব্বৰ মাইকী মানুহেৰে ৰতন কাকতিৰ থকা ঘৰ উপচি পৰিল। জৈয়াম মানুহৰ পিতৃত্বত জন্ম গ্ৰহণ কৰা কেচুৱাটোক চাবলৈ মহিলা-খিনিৰ কৌতুহল অপাৰ। লাওফুলীয়া কেচুৱাটোক এবোলা চবলৈ হেতা ওপৰা লাগে। সিহঁতে সমাজৰ কথাবিলাক পাহৰি পেলায়। মাতৃত্বৰ আদিম অনুৰাগে সিহঁতৰ মন বিলাক জাত পাতৰ বহুত উৰ্দ্ধলৈ তুলি নিয়ে। নাকে মুখে সাইলাখ ৰতনৰ প্ৰতিচ্ছবি সদৃশ কেচুৱাটোলৈ জুমি জুমি চাওঁতে তাদামৰ কথা কৰবাতে পাৰি থাকে। কেচুৱাটোক লৈ যানি বুঢ়ীৰ খদমদম সকলোতকৈ বেছি। যানিয়ে ভাবে তাপৰ থকা হলে কিজানি আনন্দতে দুইজাঁই গুলিকে ফুটুৱালেহেতেন।

যানি আৰু আকাৰ মাকে আলোচনা কৰি আকাক ৰতনৰ ঘৰতে ৰখাৰ মিমাংসা ললে। আকাৰ মাতৃত্ব লৈ বাদ বিবাদৰ প্ৰশ্নটো ৰতনৰ ঘৰতে মিমাংসা হোৱাতো সিহঁতে বিচাৰিলে। সমাজৰ ৰীতি নীতিক নেওচাতো ভাল নহব বুলি যানিহঁতে আকাৰ সকলো ব্যৱস্থা ৰতনৰ ঘৰতে কৰি দিলে।

আনহাতে আকাই নৱজাত শিশুটোৰ মুখলৈ চাই ভাবিলে—ৰতন চাৰ উভতি আহিব তাইৰ সতে ঘৰ সংসাৰ পাতিব। দুয়ো মিলি কেচু-ৱাটোক ডাঙৰ কৰিব ইত্যাদি......বহুতো অলীক কল্পনাৰ মধুৰতাই তাইৰ সকলো যন্ত্ৰণা পাহৰাই পেলালে।

হায় কল্পনা!!! ৰতন কাকতি তেতিয়া মোহময় পৃথিৱীয়ে চুকি নোপোৱা কোনো অদৃশ্য জগতলৈ গুচি গৈছিল। তিনি দিন পিচত যেতিয়া আকাই কথাটো শুনিবলৈ পালে, যেতিয়া কল্পনাৰ সাতৰঙৰ ৰামধেনুখন যেন খণ্ড বিখণ্ড হৈ তাইৰ মূৰত ভাগি পৰিল। নিজকে তাই বৰ অসহায় অনুভৱ কৰিবলৈ আৰম্ভ কৰিলে। যিদিনেই চায় সেই দিনে যেন তাই দেখিবলৈ পালে অৱহেলা, অনাদাৰ, তিৰস্কাৰ আৰু গঞ্জনা। মাক-বাপেকৰ তাই অনাদৰি হল। পাৰ্ব্বৰ মানুহে কিচিঙা কিচিং কৰিলে। লগৰ লাভক আকেও সেই বাট এৰি কৌপাত আনিবলৈ আনবাটেৰে

নৈ নৈ যোৱা হ'ল। ৰবদেউতাক তাপবো নহা হ'ল। বন্দুক পিঠিত ওলোমাই হাবিত সোমাল বুলি মানুহৰ মুখে শুনি আকা যেন ভাগি পৰিবলৈ ওলাল। শেষ ভৰষা ৰবদেউতাক তাপৰ আবিহনে তাই কেনি যাব কি কৰিব বুলি ভাবি থাকোঁতেই সাত দিনৰ মূৰত এদিন মাজ-নিশা কোনোবাই বাহিৰত যেন তাইক মতা শুনিলে—

—আকা দো—দো? আকা আছনে?

তাপৰে মতা শুনিয়েই আকাই খপ্ জপ্‌কৈ উঠি বহিল। বাহঁৰ দুৱাৰখন ঠেলি ভিতৰলৈ সোমায় আহোঁতেই আকাই তাপৰৰ ডিঙিত সাবটি ধৰিলে।

—এতিয়া মোৰ কি হ'ব আবো তাপৰ? মই কাৰবাবে জীয়াই থাকিম কোৱা। —কোৱা। কোৱা। বুলি তাই পাগলীৰ দৰে কান্দি উঠিল। সাতদিন হাবিয়ে বননীয়ে লুকাই ফুৰি দুঠাইত দুজন চীনা সৈন্যক গুলিয়াই নিহত কৰি তাপৰ জিমি যেন এক জীৱন্ত বিভিষিকাহে সেই অঞ্চলত ত্ৰাসৰ সৃষ্টি কৰি তুলিছিল। কণ্টত দেহ জৰাজীৰ্ণ, মনত অদম্য প্ৰতিশোধৰ ভাবণা আৰু চকুত একুৰা হিংসাৰ জুই লৈ ঘুৰি ফুৰা তাপৰে মাজ-নিশা আকাৰ ওচৰলৈ আহি যেন বিবুদ্ধি হৈ গল। আকাৰ কান্দোনে তাৰ মন কপাঁই তুলিব খুজিলে। ৰতনক দিয়া অংগীকাৰ অ-সমাপ্ত হৈ যাবনেকি বুলি ভাবি তাপৰে জীৱনৰ প্ৰথম পৰাজয়ৰ সন্মুখীন হোৱা যেন অনুভৱ কৰিলে।

—নাকান্দিবি, তাপৰ মৰা নাই নহয়।

—মোক যে সকলোৱে এৰিলে!

—সকলোকে এৰিব দে। মই আছো নহয়। মোৰ ওচৰতে সদায় থাকিবি। বল ঘৰলৈ।

—নহয় আবো তাপৰ—এই ঘৰ এৰি মই কলৈকো নাযাওঁ।

তাই ঘৰলৈ যাবলৈ মান্তি নহল। তাপৰেও জোৰ নকৰিলে।

—ঠিক আছে —নাযাব যদি ইয়াতেই থাক যাক। যানিক কৈ যাম তোৰ খবৰ লৈ থাকিব।

—তুমি কলৈ যাবা?

—চীনাই মোক খেদি ফুৰিছে। প্ৰতিখন পাহাৰৰ প্ৰতিভাল গছৰ আঁৰত সিহঁতে মোক বিচাৰিছে। সিহঁত হ'ল ওপতি অহা নৈৰ জেং মই হলো পানীৰ মাছ। এই বুলি বন্দুকটো নমাই আকৌ গুজি এটা ভৰাই সি এক্সাৰ পৃথিৱীখনৰ মাজলৈ উভতি পুহি গ'ল। ৰাওঁতে ৰাওঁতে কৈ গ'ল।

—নতুন জোন ওলাবৰ দিনাই মই উভতি আহিম তই চিন্তা নকৰিবি।

নতুনজোন ওলাবৰ দুদিন পিচত তাদাম আহিছিল জিমি গাওঁলৈ সদলবলে। তাদামে দৰা সাজি অহা নাছিল। আহিছিল ভালুকৰ গুকান ছাল গাত মেৰিয়াই লৈ। মূৰত পিন্ধিছিল গোটা বেতৰ বব টুপী, আৰু হাতত আছিল দীঘল জাঠি। লগত অহা একুৰি অওহি ৰওহীবো গাত আছিল বনুৱাৰ সাজ। সিহঁত আহিছিল তাদামে দিয়া মেথোনৰ মঙহ খোৱা ধাৰ শুজিবলৈ।

—আকা ইয়োলো? আকা ক'ত বুলি তাকামৰ ঘৰৰ জখলামুখত ঠিয় দি তাদামে প্ৰায় চিঞৰি উঠিল। তাৰ চিঞৰ শুনি গাওঁৰ মানুহ গোট খোৱাৰ পিচত কেইজনমানে বুজাই বঢ়াই তাদামক নি মবং ঘৰত বহুৱালে। গোটেই নিশা চিঞৰ-বাখৰ কৰি জিমি গাওঁবাসীৰ সকলো প্ৰস্তাৱ ওফৰাই দি তাদামে মাত্ৰ এটা কথাতেই আকোৰ গোজ হৈ থাকিল—

—মোৰ কিনা ছোৱালী মোক লাগিবই, আন কোনো কথা মই নুশুনো।

গোটেই নিশা আবেদন নিবেদন চলিল তথাপি তাদামে তাৰ জ্বিতি এৰি নিদিলে। পিচদিনালৈ কিবা এটা মীমাংসাৰ পথ ওলাব বুলি সকলোৱে আশা কৰি থাকোতেই ৰাতি পুৱাল। সেইদিনা নিশাহে তাগৰ গাঁৱলৈ উভতি আহিল। তাৰ আগৰ দুদিন গাঁৱত এজাক চীনা চিপাহীয়ে শিবিৰ পাতি থকা কাৰণে, তাগৰ জিমি গাঁৱৰ আলেঙে আলেঙে ঘূৰি ফুৰিলে। তাদামে ৰাতি পুৱাবৰ লগে লগে সদলবলে আকাক ধৰিবলৈ ফুলৰ খি ন বেগাবেগিকৈ খোজ লোৱা দেখি গাঁৱৰ বহুতো মানুহ পিচে পিচে গ'ল। সিহঁতে গৈ দেখিলে মাতব্বৰ ঘৰটোৰ সন্মুখৰ পিৰালীতে তাগৰ অকলে বহি আছে। কোচত লৈ আছে আকাৰ একণমানি কান্দি থকা কেচুৱাটো। তাদামে গৈ ঘৰটোৰ সন্মুখত থিয় দিয়েই পগলাৰ দৰে গৰ্জি উঠিল—

—ঐ আকা, ওলাই আহ। আজি তোৰ এদিন নহলে মোৰ এদিন হব।

তাগৰে যেতিয়া তাদামলৈ ঘূৰি চালে, তেতিয়া তাগৰ জিমিৰ চকুত চকুলো আছিল। থোকাথুকি মাতেৰে তাদামে মাত্ৰ ইমানখিনিকেই কলে— আকা আৰু নাহে তাদাম।

—কলৈ গৈছে এতিয়াই ক। তাদাম্ আৰু উগ্ৰ হৈ উঠে।

—মৰি গৈছে তাৰপৰা যে আৰু উভতি নাহে। তাগৰৰ ভাৱহীন মুখলৈ চায় আৰু কোচত কেচুৱাটো দেখি অদ্যমৰ খঙে মূৰৰ চুলিক আগ পালেগৈ।

—কোন ঘাটে গৈছে দেখুৱাই দে, বুলি চিঞৰি ককালৰ পৰা দা-খন টানি উলিয়াই ললে।

—সেইটো ঘাটেৰে গৈছে তাদাম। এই বুলি তাপৰে সোৱনশিৰি নৈ-খনলৈ বুলি আঙুলিয়াই দিলে। তাপৰে দেখুৱাই দিয়া নৈ খনৰ দিশলৈ বুলি তাদামে সদলবলে হৈ-হৈ-হৈ বুলি ৰণধ্বনি দি দৌৰি যাব ধৰিলে। কোনোবাই কথাটো কি জানিবলৈ বিচাৰি তাপিৰক শুধোতে তাপৰে যি জানে তাকেই কলে—

—ৰাতিপুৱাৰ সময়ত এইখিনি পাওঁতে সন্মুখৰ পিৰালীত পৰি কেটুৱাটোক কান্দি থকা দেখা পাইছিলো। কিবা এটা অঘটন ঘটিল বুলি সন্দেহ হলত কেটুৱাটোক তুলি লৈ চাৰিওপিনে চালো, ক'তো আকাক নেদেখিলো। কিবা সন্দেহ ওপজাত নৈৰ পাৰত বিচাৰি গৈ তাই পিন্ধা গাজে এখন নৈৰ কাষৰ শিলনীদৰাত পৰি থকা দেখিলো। তাপৰৰ কথা শুনি মহৰ্কিজমী তিৰোতাই হুকহুকাই কান্দি পেলালে। সিহঁতৰ কান্দোনে তাপিৰকো কন্দুৱালে। কেটুৱাটোক মানিৰ হাতত গতাই দি তাপৰ আকৌ হাবিৰ মাজলৈ উভতি যাব ওলাল। মানিয়ে হাতত ধৰি টানিলে, তোতো তাপৰক ৰখাব নোৱাৰিলে। তাপৰে মাথো এটা কথাই বাৰে বাৰে মানিক বুজালে—

—আমাৰ বংশ নৰ'ল। মই মৰিলে ইয়াকে আমাৰ বংশ কৰি লবি। শিলকটা তানিয়াৰ বংশ লোপ পাব নিদিবি।

এই বুলি কৈ হাতত বন্দুকটো লৈ তাপৰ জিমি আকৌ উভতি গ'ল তাৰ চিৰলগৰীয়া হিমালয়ৰ হাবিলৈ।

আনহাতে সদলবলে তাদাম গৈ যেতিয়া সোৱনশিৰিৰ পাৰৰ শিলনীদৰা পালে তেতিয়া মাটিত পৰি থকা গালেখন দেখি, তাতে দুযাপ মাৰিলে। আকা গাতকক সাৱতি লোৱা খৰস্ৰোতা সোৱনশিৰিয়ে যেন তাদামহঁতক ইতিকিং কৰিলে।

—তোমালোক যিদিনালৈ সজনি নহবা, সিদিনালৈকে মইও সজনি নহম। তোমালোকৰ পুৰণি নীতি-নীতি বিলাকৰ নিচিনাকৈ মইও অবিৰাম ভাবে বৈয়ে থাকিম আৰু তোমালোকৰ অতৃপ্ত কামনা-বাসনা বিলাক এনেদৰেই যুগে যুগে মইয়ে বুকুত সাৱতি লম। যিদিনা তোমালোক সজনি হবা সিদিনা মইও মোৰ গতি হেৰুৱাই এক বিশাল জলাশয় হৈ পৰিম। সেই জলাশয়ৰ পাৰে পাৰে সিদিনা গঢ় লৈ উঠিব ধুনীয়া ধুনীয়া নগৰ চহৰ, গঢ় লৈ উঠিব নতুন সমাজ আৰু নতুন মানুহৰ ইতিহাস।

# ২০

দুমাহৰ পিচত সীমান্তৰ যুদ্ধৰ অন্ত পৰাত ঘৰলৈ উভতি নহা ল'ৰাটোৰ সংবাদ বিচাৰি বাপেক যদু কাকতিয়ে কেইবাঠাইলৈ চিঠি লিখিলে, টেলিগ্ৰাম দিলে। বহুতো প্ৰতীক্ষাৰ পিচত কোনো ঠাইৰপৰা উত্তৰ নহাত ৰতনৰ মাকৰ ধৈৰ্য্য হেৰাল। শোৱা, খোৱা প্ৰায় এৰাৰ নিচিনা হ'ল। অশুভ চিন্তাৰ আতঙ্কই মনবো তবপি নোহোৱা কৰিলে। ভাতৰ কাহি সন্মুখত লৈ এগৰাহো মুখত নিদিয়াকৈ হাত ধুই উঠি আহি বিচনাত পৰি উচুপি উচুপি কান্দিলে। দেউতাক যদু কাকতিয়ে কানসমনীয়া পুতেকটো ইমানদিনে ঘৰলৈ উভতি নহাত উদাস মনে বহি থকা হ'ল। ওচৰ চুবুৰীয়াৰ পৰামৰ্শ লৈ এদিন যদু কাকতিয়ে পুতেকৰ সংবাদ বিচাৰি ঘৰ এৰিলে। এটাৰ পিচত আনটো উদাস্ত শিবিৰলৈ গ'ল। যাকে হ'তে পালে, তেওঁকে পুতেকৰ কথা শুধিলে—

—হেৰি, ৰতন কাকতি নামৰ মাষ্টৰজনৰ কিবা কথা আপুনি জানেনে?

—আমি নাজানোদেই। নিজৰে আমাৰ এনাই এঠানি হৈছে, কাৰনো খবৰ কোনে ৰাখিব কওঁকচোন বাৰু?

তিনো শিবিৰত গৈ খবৰ কৰিলে—

—মোৰ ল'ৰা ৰতন কাকতিক আপুনি জানেনে?

—কোন ৰতন কাকতিৰ কথা কৈছে দেউতা?

ৰতনৰ বয়সীয়া ডেকা এজনে উত্তৰ দিলে।

—স্কুল মাষ্টৰ ৰতন কাকতিৰ কথা সুধিছো। জিমি বোলা গাওঁ এখনত মাষ্টৰ কৰে।

—অ' জানো, জানো।

—ক'ত লগ পাম কৰবানে? আজি দুমাহে তাৰ একো খবৰ আমি পোৱা নাই। বৰ আৰ্তসুৰত কথাকিটা কৈ যদু কাকতিয়ে গভীৰ প্ৰত্যাশাৰে ডেকাজনৰ মুখলৈ চালে।

—সেইটো হলে কব নোৱাৰিম দেউতা। খৰ-খেদাত কোন কেনি গ'ল তাৰ একো হিচাব নাই। আপুনি তিক্ৰগড় শিবিৰলৈ যাওক, খবৰ পালে তাতেই পাব। এইবুলি ডেকাজনে নিজৰ বস্ত্ৰ-বেহানি ঠিক কৰাত লাগিল।

—হায় ঈশ্বৰ! মাকক কি কমগৈ!

এই বুলি যদু কাকতিয়ে কপালত চপৰিয়ালে।

—হেৰি, হেৰি, শুনকচোন! আন এজনৰ ওচৰলৈ বেগাবেগিকৈ গ'ল।

—কি হ'ল, কওক! বিৰক্ত হ'ল মানুহজন।

—মোৰ ল'ৰাটোৱে তিনি গাঁৱত চাকৰি কৰিছিল ... ...

—তাতে কি হ'ল?

—তাৰ খবৰ আজিলৈকে ক'তো নাপালো। আপুনি কিবা জানে নেকি? যৰ আতুৰভাৱে শুধিলে যদু কাকতিয়ে।

—নিজৰেই থানখিত নোহোৱা হৈছে, কাৰ খবৰ কোনে ৰাখে বুলি ভেকাহি মাৰি মানুহজন আতৰি গ'ল।

উত্তৰ শুনি গতিহীন হৈ পৰে যদু কাকতি। শিলযেন পধুৰ হৈ পৰে ধূলিময় ভৰি দুখন। হে প্ৰভু! আৰু কিমান পৰীক্ষা লবা এই বুলি কান্ধৰ গামোচাখনৰে ঘামি থকা মুখখন মচি ললে। এনেদৰে শিবিৰে শিবিৰে অনাই বনাই ঘুৰি ফুৰি এসপ্তাহৰ অন্তত যদু কাকতি ঘৰলৈ উভতিল। বাহৰপৰা নামি এমাইল বাট খোজেৰে আহি পদূলীমুখ পাওঁতেই যদু কাকতিৰ বুকুখন চিৰিংকৈ উঠিল। ঘৰৰ ভিতৰত কান্দোনৰ শব্দ শুনি, যদু কাকতিয়ে বুজি পালে ৰতন আৰু নাই বুলি। পদূলীমুখৰ পৰা থৰক বৰক খোজেৰে সন্মুখৰ বাৰান্দাখন পায় তাতে বহি পৰিল। দুহাতেৰে মুখখন ঢাকি চকুৰ পানী বধাৰ খুজিলে যদু কাকতিয়ে। ভিতৰৰ পৰা ৰেৱতী দৌৰি আহি দেউতাকৰ ভৰিত ধৰি চিঞৰি উঠিল ... ... ককাইদেউ আৰু নাই দেউতা......

যদু কাকতিয়ে পুতেকক বিচাৰি উদাস্তু শিবিৰ বিলাক ঘুৰি ফুৰোতে চৰকাৰৰ পৰা যদু কাকতিক সদৰলৈ মাতি পঠিয়াইছিল, মৃত ৰতন কাকতিৰ বয়-বস্তু আৰু টকা-পইছাখিনি চমজি লবলৈ। ইতিমধ্যে একপক্ষীয়ভাৱে যুদ্ধ বিৰতি ঘোষণা কৰি চীনা সৈন্যবাহিনীয়ে সীমান্তৰ সিপাৰে উভতি যোৱাত ভাৰতীয় প্ৰশাসনে উভতি গৈছিল নিজ নিজ অঞ্চলৰ দায়িত্ব লৈ। জিলা প্ৰশাসকে নিৰ্দিষ্ট কৰি দিয়া তাৰিখত যদু কাকতি সদৰ পালেগৈ। জিলা প্ৰশাসকক দেখাও কৰিলে।

—আপুনি সকলো বস্ত্ৰ বস্তু বুজি ললেনে কাকতি?

—ললো। নিৰুত্তাপ উত্তৰ দিলে যদু কাকতিয়ে।

—টকা পইছা?

—পালো।

—কি কৰিব কাকতি সেয়া কেৱল আপোনাৰেই দুৰ্ভাগ্য নহয়— প্ৰশাসনৰ কাৰণেও বৰ পৰিতাপৰ কথা। ৰতন কাকতি বৰ ভাল ল'ৰা আছিল। এনেকুৱা এজন নিষ্ঠাবান ল'ৰাৰ অভাৱ প্ৰশাসনে সদায় অনুভৱ কৰিব। দেশৰ কাৰণেই ৰতনে প্ৰাণ দিলে— এই কথা প্ৰশাসনীয় ইতিহাসত নিশ্চয় লিখা থাকিব। জিলা প্ৰশাসকৰ কথাবোৰ শুনি শুনি যদু কাকতিৰ দুচিটি ধুৱলী কুৱঁলী হ'ল। বৈ আছিব খোজা চকুপানী ধৰি বাখি যদু কাকতিয়ে অনুমতি খুজিলে।

—মই এতিয়া যাব পাৰো নেকি?

হ'ব আৰু অলপ কথা বাকী আছে কাকতি। এইবুলি জিলা প্ৰশাসকে কলিং বেলটো বজাই দিয়াত পিয়ন এজন সোমাই আহি চেলাম জনালে।

—জিমি বৰুৱাৰ পাওঁবুঢ়াক মাতি দিয়া।

—যদু কাকতিয়ে ভাবিলে জিমি পাওঁবুঢ়াক লগ পালে ভালেই হ'ব; ৰতনৰ বিষয়ে আৰু কিছু কথা জানিব পাৰিব। এনেতে তাপৰ জিমি জিলা প্ৰশাসকৰ কক্ষলৈ সোমাই আহিল।

—পাওঁবুঢ়া এয়া ৰতন কাকতিৰ দেউতাক। তোমাৰ দায়িত্ব এতিয়া চম্‌জাই দিব পাৰা। জিলা প্ৰশাসকৰ কথা অন্তপৰাৰ লগে লগে তাপৰ জিমি আগবাঢ়ি আহি যদু কাকতিৰ হাত দুখনত ধৰিলে।

—মোক চুটি লাগে। মাণ্টৰে এৰি থৈ যোৱা বস্তু এটা আজি চাৰি মাহে মই বোজা বুকি ফুৰিছো। আপুনি নহা হলে মইয়ে বিচাৰি বিচাৰি আপোনাৰ ঘৰ ওলালোহেঁতেন। এয়া লওক আপোনাৰ সম্পত্তি।

এই বুলি কৈ তাপৰে বোকোচাত বান্ধি অনা টোপোলাটোৰ চাকনি কাপোৰখন আতৰাই দিয়াত যদু কাকতিয়ে দেখিলে ফুট্ফুটীয়া কেচুৱা এটা তাপৰৰ বোকোচাত শুই আছে। বিস্মিত যদু কাকতিয়ে কিবা শুধিব বুলিয়েই জানি তাপৰে বুজাই দিলে।

—এয়া মাণ্টৰৰ ল'ৰা। আমাৰ গাঁৱৰ আকা বুলি এজনী ছোৱালীক মাণ্টৰে ভাল পাইছিল। আকা এতিয়া নাই মৰিছে। ল'ৰাটোক মইয়ে তুলি তালি ইমান দিন ৰাখিলো।

এনেতে কাৰ্য্যালয়ৰ বাহিৰত ঠিয় দি থকা এজাক মানুহৰ গুণগুণনি ক্ৰমান্বয়ে কোলাহলত পৰিণত হ'ল। জিলা প্ৰশাসকৰ বিনা অনুমতিত হঠাতে কক্ষটোৰ ভিতৰলৈ সোমাই আহিল তাদাম। সোমাই আহিয়েই তাদামে উত্তেজিত ভাৱে দাবী তুলিলে—

—আকা মোৰ দাম দিয়া মাইকী আছিল। আকাৰ দাম মই বুজাই নাপালে এই জবাক কোনেও নিব নোৱাৰিব।

তাদামৰ ব্যৱহাৰত জিলা প্ৰশাসক বিৰক্ত হৈ উঠিল যদিও স্পৰ্শকাতৰ সীমান্ত অঞ্চলৰ প্ৰশাসনীয় নীতিৰ কথা ভাবি জিলা প্ৰশাসনে তাদামক বুজনি দিলে—

—তাদাম তোমাৰ যি কবলগীয়া আছে তাক অলপ শান্তভাৱে কোৱা। এইটো অফিচ হয়, কেবাংঘৰ নহয়। চিঞৰ-বাখৰ কৰিলেও ইয়াত আইনমতেহে মীমাংসা হব, বুজিছানে নাই?

—ও চেন্ কুমা নিগম। ওক্কে নিমে...... তাদমে নিজৰ বক্তব্য দীঘলীয়া কৰিব যেন দেখি প্ৰশাসকে বাধা দিলে—

—তোমাৰ সকলো কথা মই শুনিছো তাদাম। ৰতন কাকতিও নাই আকাও নাই। মাজতে বৈ যোৱা এই অকণমানি কেচুৱাটোৱে জানো কিবা দোষ কৰিছে? কেচুৱাটো ভালে থাকি ডাঙৰ হোৱাটো জানো তুমি নিবিচৰা তাদাম?

—নিগম, নক আগম ও চেনকুমা। ওক্কে নিমে দাম জিংপে লাগিছো—হিজ্জা জিংপে লাগি দো। চাহাব আপোনাৰ কথা মই বুজি নাপাওঁ। মই কিনা মাইকীৰ দাম দিবই লাগিব—এতিয়াই দিব লাগিব বুলি যেতিয়া তাদামে নিজৰ দাবীক দোহাৰিলে তেতিয়া তাপৰ জিমিয়ে আৰু মনে মনে থাকিব নোৱাৰিলে।

—তাদাম, ল'ৰাটোক যদি কাঢ়ি নিয়া তেনেহলে ৰতন মাষ্টৰৰ একো চিনচাৰ নাথাকিব এই পৃথিৱীত। নিচি-নিধাকৰ এই দলংখন তুমি ভাঙি নেপেলাবা তাদাম। অলপ কৈ পুনৰ কলে—

—আকাৰ বাবে তাকামক দিয়া মেথোন হটা মইয়ে তোমাক গুভোতাই দিয়াৰ দায়িত্ব ললো, হবনে? নিগম আপুনি কাগজ লিখক মই টিপ মাৰি দিম।

তাপৰৰ মানৱতাবোধ দেখি জিলা প্ৰশাসক বিস্মিত হ'ল। অজানিত মুলুকৰ মানৱতাবোধৰ বিশালতা দেখি জিলা প্ৰশাসকে হয়তো মনতে ভাবিলে—শাসন কৰিবলৈ আহিছো যাক সিজনচোন মোতকৈও জ্ঞানী। পোহৰ বিলাবলৈ আহিলো য'ত, তাতচোন সূৰ্য্য সদায়ে ওলায়।

কাগজত টিপচহী দি তাপৰ জিমি বাহিৰলৈ ওলাই আহিল। বাহিৰত বৈ থকা যদু কাকতিৰ হাত এখনত ধৰিলে।

—বাবু ৰতন মাষ্টৰে কৈছিল আপোনাৰ হেনো সিয়েই একমাত্ৰ ল'ৰা আছিল। তেনেহ'লে আপোনাৰ এইটোৱেই বংশ হ'ল নহয়নে? এই বুলি তাপৰে তাৰ ভোতোঙা ভোতোঙ আঙুলিকিটাৰে কেচুৱাটোক অলপ মৰম কৰিলে।

—হয় পাণ্ডবুঢ়া এইটোৱেই মোৰ বংশ হ'ল।

—মোৰও যে বংশ নাই বাবু। ইয়াকেই মোৰ বংশ কৰি লম বুলি ভাবিছিলো। এতিয়া আপোনাৰ লগতে থাকক। ডাঙৰ হলে, জোৱান হলে একবাৰ কমচে কম আমাৰ জিমি বস্তিলৈ পঠাই দিব। মই মাথাকিলেও মোক পুতি থোৱা জাগাতো থাকিব; তাতে আহি একবাৰ বহিলে মই মাটিৰ তলতে শান্তি পাম।

এই বুলি কৈ তাপৰ জিমি তাত আৰু এক দণ্ডও নৰ'ল। কিবা মোহে তাক পিচফালে টানে বুলি ৰৰ খৰ খোজেৰে সি জিমিলৈ বুলি বাট ধৰিলে। জিলা প্ৰশাসকে মানুহ পঠিয়াইও তাপৰক ঘূৰাব নোৱাৰিলে। সীমান্ত যুদ্ধৰ সময়ত চীনা সৈন্যৰ বিৰুদ্ধে অকলশৰে চলোৱা তাৰ গুপ্ত সংগ্ৰাম খনৰ প্ৰতি কৃতজ্ঞতা জনায় চৰকাৰে ঘোষণা কৰা সকলো মান-সন্মানক জিলা প্ৰশাসকৰ টেবুলৰ ওপৰতে পেলায় থৈ গুচি আহিল। পিচদিনা আবেলি পৰত সোৱনশিৰিৰ পাৰৰ মুকলি বালি চাপৰি দৰা পাই তাপৰ জিমি থমকি ৰ'ল। এখোজ দুখোজকৈ পানী যুৱতীৰ কাষ চাপি সি এদম শিলৰ ওচৰত বহি পৰিল। 'এমুঠি শুকান বালি শিলদ'মৰ ওপৰত চটিয়াই দিলে।

—মাষ্টৰ! মই তোমাৰ ধাৰ মাৰি আহিলো। তোমাৰ দিবলগীয়া আৰু একো বাকী নাই। তুমি এতিয়া আৰাম কৰি শুই থাকা......
শুই থাকা মাষ্টৰ।

এই বুলি কৈ হাতৰ তলুৱাৰ চকু দুটা মচি তাপৰে আকৌ খোজ ললে জিমি গাঁৱৰ অভিমুখে। নৈৰ কাষৰ লুংলুঙীয়া বাটটোৰে গৈ থাকোতে চৰকাৰে দিয়া দীঘল বগা কোটটো, গুলীৰ ফিটাদাল আৰু একনলীয়া বন্দুকটো লাহে লাহে নেদেখা হৈ পৰিল। সূৰ্য্যাস্তৰ লগে লগে তাপৰ জিমিও হেৰাই গ'ল সীমান্তৰ বহুতো কিংবদন্তিৰ মাজত। হেৰাই গ'ল অজাতিৰ এন্ধাৰত।

—×—

# শুদ্ধবণী

| অশুদ্ধ ( হৈছে ) | | শুদ্ধ ( হ'ব লাগে ) | পৃষ্ঠা | শাৰি |
|---|---|---|---|---|
| ১। | আঙুলী | অঞ্জলী | ৪৬ | ১১ |
| ২। | চিনি | নিচি | ঐ | ১৯ |
| ৩। | বিস্ফোৰিত | বিস্কাৰিত | ৪৭ | ৪ |
| ৪। | নিজাক | নিপাক | ৪৭ | ১০ |
| ৫। | ডাক্লানাঙল | ডাক্লানাংগাল | ৪৭ | ২০ |
| ৬। | ভোক | ভোজ | ৪৭ | ২৭ |
| ৭। | তবি | গুৰি | ৪৮ | ৬ |
| ৮। | মহাজনক | নহাজনক | ৪৮ | ২৯ |
| ৯। | প্ৰাচীনধন | প্ৰাচীৰধন | ৪৯ | ২৪ |
| ১০। | মাক্‌বো | মাক্‌বো | ৫৯ | ২৩ |
| ১১। | নিজৰ | নিজিৰ | ৬০ | ১৭ |
| ১২। | বদনা | বদনাম | ৬২ | ২৩ |
| ১৩। | অহবো | হেবো | ৬২ | ২৬ |
| ১৪। | ঠাইৰ | ছাঁইৰ | ৬৪ | ১৬ |
| ১৫। | বহিনলৈ | বহিলৈ | ৬৫ | ২০ |
| ১৬। | চলে | চাল | ৬৯ | ৫ |
| ১৭। | থলে | গলে | ৭০ | ৮ |
| ১৮। | এষাৰ | এবাৰ | ৭১ | ৫ |
| ১৯। | কৰি | কাৰি | ৭১ | ১৩ |
| ২০। | জিজ্জে | জিপেপ | ৭৪ | ৩ |
| ২১। | গেল্টুং | গেঞ্চুং | ৭৬ | ৯,২১, ৩১ |
| ২২। | ঐ | ঐ | ৭৭ | ৬ |
| ২৩। | ঐ | ঐ | ৭৯ | ১১, ১৯, ২৩ |
| ২৪। | আকাংলাই | আশঙ্কাই | ৭৮ | ২৬ |
| ২৫। | বিজ | বিহুবজ | ৮১ | ১৯ |
| ২৬। | পোপ-দোপনী | দোপ-দোপনি | ৮৮ | ৫ |
| ২৭। | বংশত | বংশলত | ঐ | ২৭ |
| ২৮। | দাম | দাস | ৯২ | ৩ |
| ২৯। | গাঁৱৰ | গাঁতৰ | ঐ | ৩০ |
| ৩০। | যোনীৰ | যোনি | ১০৪ | ৫ |

— x —